

নতুন লিখকৰ সন্ধানত সাহিত্য-প্ৰকাশৰ
দ্বিতীয় উপন্যাস প্ৰতিযোগিতাত
দ্বিতীয় পুৰস্কাৰ প্ৰাপ্ত



CHINNAMUL : a social novel, written by Sri Achut Kumar Sarma and published by Sahitya-Prakash, Tribune buildings, Gauhati—781003, Price Rs. 7.00 (Rupees Seven only)

---

প্ৰকাশক ঃ

সাহিত্য-প্ৰকাশ

ট্ৰিবিউন বিল্ডিংচ

গুৱাহাটী—৭৮১০০৩



প্ৰথম প্ৰকাশ ঃ

ডিচেম্বৰ, ১৯৭৬ চন



মূল্য ঃ ৭·০০ টকা ( সাত টকা )



মুদ্ৰক ঃ

ট্ৰিবিউন প্ৰেছ

গুৱাহাটী—৭৮১০০৩

# আমাৰ এষাৰ

নতুন লিখকৰ উত্তৰপৰ্য্যায়ৰ সৃষ্টিক পোহৰলৈ আনি নতুন লিখকক উদগনি দিয়াৰ আশাৰে ১৯৭৩ চনত সাহিত্য-প্ৰকাশে প্ৰথম উপন্যাস প্ৰতিযোগিতা পাতি তিনিখন উপন্যাস পুৰস্কৃত কৰে। তাৰ উপৰি আমাৰ সীমিত পাঠকৰ পৰিসংখ্যা বঢ়োৱাত আমাৰ এই নতুন প্ৰচেষ্টা কিছু সহায়ক হব বুলি কৰা আশা আংশিক-ভাৱে ফলদায়ক হৈছে বুলি আমাৰ ধাৰণা।

প্ৰথম উপন্যাস প্ৰতিযোগিতাত পুৰস্কৃত 'সাঁচিপাতৰ পুথি', 'জংছন' আৰু 'উড্ডীন উত্তৰীয়'ই পঢ়ুৱৈ ৰাইজৰ পৰা যথেষ্ট সমাদৰ লাভ কৰিছে—যিটো অসমীয়া উপন্যাস সাহিত্যৰ বাবে শুভ লক্ষণ। প্ৰায় এবছৰৰ ভিতৰতেই তিনিওখনৰেই প্ৰথম সংস্কৰণ শেষ হোৱাটো অসমীয়া উপন্যাস সাহিত্যত (নতুন লিখকৰ উপন্যাস হোৱা সত্ত্বেও) এটা নতুন অভিলেখ।

প্ৰথম উপন্যাস প্ৰতিযোগিতাৰ দৰে দ্বিতীয় উপন্যাস প্ৰতি-যোগিতাতো প্ৰায় ৩০ জন ন লিখকৰ পাণ্ডুলিপি পোৱা হৈছিল। সেই উপন্যাসবোৰৰ পৰা উপন্যাস বাছনি কমিটীয়ে তিনিখন উপন্যাস বাছি উলিয়ায়। প্ৰথম স্থান লাভ কৰে—চামতাৰ ডাঃ ভগৱান শৰ্মাৰ 'মেৰঘৰ'এ। দ্বিতীয় স্থান লাভ কৰে টিহুৰ শ্ৰীঅচ্যুত কুমাৰ শৰ্মাৰ 'ছিন্নমূল'এ আৰু তৃতীয় স্থান অধিকাৰ কৰে ঢেকীয়াজুলিৰ শ্ৰীআলোক শৰ্মাৰ 'উপেক্ষিতা অঙ্গনা'ই।

প্ৰথম উপন্যাস প্ৰতিযোগিতাত পুৰস্কৃত উপন্যাস কেইখনৰ দৰে এই উপন্যাস তিনিখনেও পাঠকৰ সঁহাৰি পালে আমাৰ প্ৰচেষ্টাই সাৰ্থকতা লভিব।

সাহিত্য-প্ৰকাশ
ট্ৰিবিউন বিল্ডিংছ
গুৱাহাটী—৭৮১০০৩

## বত্নেশ্বৰ ঃ

[ দিঠকক আশা কৰি মিছা
নেমেলিবা হিয়াৰ দাপোণ
সপোনক লোৱাচো সাৱটি
সপোনেই তোমাৰ আপোন।

—ভুৰবা ]

বাস্তব নিষ্ঠুৰ। কল্পনাৰ পাখিবিলাক বাস্তবে ভাঙি ভাঙি দিয়ে। আশাবোৰ মলঙাই পেলায়। অথচ মই আশাবাদী। কল্পনাক মই বাস্তব কৰিবই লাগিব। মোৰ সপোন এদিন বাস্তৱত পৰিণত কৰিবই লাগিব। সমগ্ৰ আৰ্য্যাবৰ্ততেই পৰিব লাগিব মোৰ প্ৰতিভাৰ সোণালী আভা। তাৰ কাৰণে মই নিষ্ঠুৰ বাস্তৱৰ লগত সংগ্ৰাম কৰিম। কাপুৰুষে নিৰবে থাকে। মই নিৰবে নাথাকো। যুঁজিম। যুঁজি যুঁজি মৰিম। পুৰুষে যুঁজে। মৰে। যুগৰ বুকুত সোণালী আখৰেৰে পুৰুষৰ শাৰীত মই মোৰ নাম লিখি যাম। তাৰ আগতে তমসা হব লাগিব মোৰ বিলাসৰ ৰাণী।

তমসা!

বাপ আৰু গুণত সাইলাখ লক্ষ্মী ছোৱালী তমসা। বীৰভূমি গাঁওৰ একমাত্ৰ ভাল ছোৱালী তমসা। তাইৰ প্ৰাণত বিশ্ব মধুৰ ঝঙ্কাৰ। সেইহে তাইৰ স্বাভাৱিক প্ৰকৃতিৰ লয়লাস গতি। চকুত বিশ্ব সৌন্দৰ্য্যৰ ৰং। সেইহে যেজাৰ ঔতৰ সুবাস। চঞ্চলা নহয় ধীৰ। শান্ত

অথচ অহংকাৰা। কথাচহকা অথচ সংযত। দুৰ্বল অথচ আত্মবিশ্বাসত গভীৰ আস্থাশীলা। বীৰভূমি গাঁৱৰ সকলো ৰূপ আৰু শক্তিৰ গৌৰৱেৰে তমসা পূৰ্ণ যৌৱনা। তমসাৰ ওপৰত থিয়ে এবাৰ চকু পেলাব, দ্বিতীয়বাৰ নোচোৱাকৈ থাকিব নোৱাৰে। দৃষ্টিয়ে দ্বিতীয়বাৰ স্পৰ্শ কৰাৰ পিছত তাইক পোৱাৰ বাসনাই মনত সৃষ্টি কৰে ৰবদৈচিলাৰ উথল-মাথল।

তমসাৰ প্ৰতি মোৰ প্ৰেম নাই আছে লোভ। তমসাক লাভ কৰিব পাৰিলে তাইৰ লগত একেলগে আহিব বীৰভূমিৰ সকলো ঐশ্বৰ্য্য-বৈভৱ। এই কথাটো মই আগতে জানিব পৰা নাছিলো। বনাঞ্চলেৰে ভৰা বীৰভূমিৰ প্ৰতি মই আছিলো উদাসীন। কিন্তু স্কট চাহাবে মোৰ চকুত সানি দিলে নতুন অঞ্জন।

বনাঞ্চলৰ মাজত এয়া বনকুঁৱৰী তমসা।

প্ৰকৃতিৰ আলাসত ডাঙৰ হোৱা স্বয়ং প্ৰকৃতিদেৱী তমসা।

এয়া মোৰ আৱিষ্কাৰ নহয় স্কট চাহাবৰ। স্কট চাহাবৰ সহকৰ্মী হিচাপে এদিন তেওঁ মোক বীৰভূমিলৈ আনিছিল। ঐতিহ্যৰ গৰ্ব কৰা, চিৰদিন স্বাধীন বুলি আত্মপ্ৰত্যয়ত হাঁহি থকা তমসাৰ হাঁহি স্কট চাহাবে মুহূৰ্তৰ ভিতৰতে বন্ধ কৰি দিছিল। বাউলী হৈ পৰিছিল তমসা। সহজ সৰল বাউলী তমসাৰ প্ৰতি স্কট চাহাবৰ অকণো ভ্ৰূক্ষেপ নাছিল। স্কট চাহাবে বিচাৰিছিল বীৰভূমিৰ বুকুত ঠাহখাই পৰি থকা ঐশ্বৰ্য্যৰ ভাণ্ডাৰ। মই চাইছিলো তমসাৰ ৰূপ। হাঁহিত মুকুতা সৰা তমসাৰ মুখ। খোজত পদুমফুলা তমসাৰ গতি। প্ৰকৃতিয়ে উদাৰ হৃদয়েৰে জাপি দিয়া বীৰভূমিৰ চকু চাট্ মাৰি যোৱা সৌন্দৰ্য্যৰাশি। লুণ্ঠনকাৰী স্কট চাহাব বীৰভূমিৰপৰা আঁতৰি গ'ল। ঐশ্বৰ্য্যৰ মোহ শেষ হ'ল। কিবা অলপ বাকী ৰ'ল যদিও বীৰভূমিৰ বাসিন্দাসকলে, তমসাৰ বাই-ভনী কেইজনীয়ে একতাৰ মন্ত্ৰৰে দীক্ষিত হৈ স্কটচাহাবক বীৰভূমি এৰি যাবলৈ বাধ্য কৰালে। অথচ লাঞ্ছিতা হ'ল। অপ-মানিতা হ'ল। কিন্তু ৰক্ষা কৰিলে নাৰীত্বৰ গৌৰৱ। ধ্বংস হব নিদিলে মাতৃত্বৰ মহিমা। তমসাৰ ভনী সুষমা, অৰুণা, নিজৰাইঁতৰ ঐক্যৰ কষ্টকষ্টীয়া বাজ্ঞ দেখি মই তবধ মানিছিলোঁ।

স্কটচাহাব আৰু উন্নতি নাহে।

ঐশ্বৰ্য্যৰ মোহ হয়তো শেষ হৈছে নাইবা সেই মোহ থাকিলেও ইয়ালৈ অহাৰ পথ চিৰদিনৰ কাৰণে বন্ধ হৈ গৈছে। স্কট চাহাবৰ লগে লগে মোৰ দেহটোও বীৰভূমিৰপৰা আঁতৰি গৈছিল। কিন্তু মন ? মনৰ অৱস্থা হৈছিল বেছি গতি চঞ্চল। সংকল্প কৰিলোঁ ঃ বীৰভূমিক যিকোনো উপায়েৰে নহওঁক কৰায়ত্ত কৰিবই লাগিব। বনাঞ্চলৰ বনৰাণী তমসাক মই হৃদয়ৰ ৰাণী কৰিবই লাগিব। কিন্তু কেনেকৈ ?

স্কটচাহাবৰ লগত নিবিড় বন্ধু হৈ শিকি ললো সকলো কলা-কৌশল। সহজ গাঁও এখনৰ মাজত সৃষ্টি কৰিলো জটিলতাৰ। তমসাৰ সঙ্গভনী সুৰমাৰ লগত সাধাৰণ বন্ধুত্ব পাতি সৃষ্টি কৰিলো গৃহ কন্দলৰ। ফলস্বৰূপে অখণ্ড বীৰভূমিক খণ্ডিত কৰিলে সুৰমাই। নাম ৰাখিলে সুৰমাপুৰ। সুৰমাক ভালপোৱা এটা শ্ৰেণী সুৰমাপুৰৰ বাসিন্দা হ'ল। বাইদেউ বুলি তমসাৰ প্ৰতি শ্ৰদ্ধা ভক্তি পাহৰি পেলালে সুৰমাই। অকল পাহৰাই নহয় সকলো দিশতেই সুৰমাই তমসাক সন্দেহৰ দৃষ্টিৰে চোৱাত লাগিল। এতিয়া এই সন্দেহ ঘণীভূত কৰি তুলিবলৈ মই সদায় সুৰমাক পৰামৰ্শ দিম। বনাঞ্চলৰ এটা কোণত গঠিত সুৰমাপুৰৰ বীৰসন্তানসকলৰ দ্বাৰা এদিন তমসাক দুৰ্বল কৰিম। দুৰ্বলতাৰ চৰম মুহূৰ্তত অপহৰণ কৰিম তমসাৰ নাৰীত্ব। নুমাই যাব বীৰভূমিৰ স্বাধিনতা ৰবি। ভূ-লাঞ্ছিতা হব বীৰভূমিৰ চিৰকলীয়া যশ-গৌৰৱ। তেতিয়া মই প্ৰাণ খুলি হাঁহিম। তমসাক হাতত ধৰি আৰ্য্যবাসীক মই দেখুৱাম মোৰ শক্তিৰ মহিমা। মস্তিষ্কৰ উৰ্বৰা শক্তি।

সুৰমা আঁতৰি আহিল।

বীৰভূমিত সৃষ্টি হ'ল এটি নতুন চুবুৰী—সুৰমাপুৰ।

কিন্তু ইয়াতে মোৰ সমস্যা শেষ নহ'ল। মই হ'লো বেছি সচকিত। সুৰমা আঁতৰি যোৱাৰ লগে লগে জাগ্ৰত হ'ল বীৰভূমিৰ সকলো সন্তান। অখণ্ডিত বীৰভূমিক খণ্ডিত কৰা বাবে বাকী বাই-ভনী কেইজনীয়ে সুৰমাক বেয়া পালে। এই বেয়া পোৱাৰ সুত্ৰতেই সুৰমাপুৰ আৰু

বীৰভূমিৰ মাজত সদায় সৃষ্টি হ'ল কাজিয়া, কটামৰা। দূৰৰপৰা মই তমসাক লক্ষ্য কৰিছিলোঁ। হাঁহি থকা তমসাৰ মুখৰ হাঁহি ম্লান হৈ গ'ল। চিৰপ্ৰফুল্লা তমসাৰ মুখত এইবাৰ বিষাদৰ ঢেঁকা। চকুত চকুলোৰ কাজল। প্ৰথমবাৰৰ বাবে হ'লেও তমসাৰ চকুত চকুপানী দেখি মনলৈ আনন্দ আহিল। মোৰ কাৰ্য্যত সিদ্ধিলাভ হব বুলি আত্ম-প্ৰত্যয় আহিল। স্কুট চাহাবে যি 'ডিভাইদ এণ্ড ৰুল পলিচি' শিকাই গ'ল সেই নীতিৰ প্ৰথম শুভবাৰ্ত্তা পাই মন মোৰ আনন্দত নাচি উঠিল। উদাৰতা, বদান্যতাকে শ্ৰেষ্ঠ বুলি ভবা বীৰভূমিৰ জনসাধাৰণে মোৰ অদৃশ্য ইন্দ্ৰজাল ধৰিবই নোৱাৰিলে। তথাপি তমসাৰ কাষলৈ যোৱাৰ সাহস মই গোটাব পৰা নাই। সেয়ে এইবাৰ দ্বিতীয় পদক্ষেপ হিচাবে অৰুণা আৰু নিজৰাক উচটনি দিলো। অলপ আয়াসতে মোৰ কাৰ্য্য সিদ্ধি হ'ল। অৰুণাই নতুন চুবুৰী ললে। স্বাধীনভাৱে থাকিব লৈ নিজৰাই। বীৰভূমি নামৰ বৃহৎ গাঁওখন কেইবাটাও চুবুৰীত বিভক্ত হ'ল। এতিয়া বাকী আছে আধুনিকা কল্পনাদেৱী আৰু আঁকোৰ-গজালি মনোভাব লোৱা সবিতা। সবিতাই প্ৰায়ে তাইৰ নামত এখন নতুন সবিতাপুৰ প্ৰতিষ্ঠা কৰিব বিচাৰে। নিজৰা, অৰুণা নাইবা সুৰমাই যদি স্বাধীন চুবুৰীৰ সৃষ্টি কৰিব পাৰে, তেনেহ'লে কল্পনা নাইবা সবিতাই নোৱাৰাৰ কাৰণ কি? বুজাইছিলো। কিন্তু তমসাৰ বাধাহীন চকুপানীয়ে তাইহঁতক শান্ত কৰি ৰাখিছে। প্ৰথমতে সবিতা আৰু পিছত কল্পনা। সৰ্বশেষতহে মই তমসাৰ নাৰীত্বৰ পৰীক্ষা কৰিম। গাভৰু সবিতাৰ ৰূপ-গুণত মই মুগ্ধ হোৱা নাই যদিও তাইৰ লগত প্ৰেমৰ অভিনয় কৰি আছো। কিয়নো সবিতাক ভালপোৱা যি এটা আঁকোৰগোজ শ্ৰেণী আছে এই শ্ৰেণীটোৰ সহায়তে তমসাক লাভ কৰিবলৈ সহজ হৈ পৰিব। ইয়াৰ কাৰণে যদি মোৰ ব্যক্তিত্ব খৰ্ব হয় তাতো আপত্তিৰ কাৰণ নাই। মনুষ্যত্ব আৰু নৈতিকতাৰ পূজা কৰিলে তমসা মোৰ নহব। বীৰভূমি মই লাভ কৰিব নোৱাৰিম। অথচ তমসা আৰু বীৰভূমি মোৰ হবই লাগিব। ইয়াৰ কাৰণে মই সকলো শ্ৰম কৰিম। তমসা আৰু বীৰভূমিক লাভ কৰিব নোৱা-ৰালৈকে মোৰ বিশ্ৰাম নাই। শান্তি নাই। অৱসৰ নাই। চকুই মোৰ

টোপনি পাহৰিছে। দেহে মোৰ বিশ্ৰাম পাহৰিছে। মোৰ সমগ্ৰ দেহৰ প্ৰতিদাল সিৰা-উপসিৰাৰে মাত্ৰ এটা নামৰ সোঁত অহৰহ বৈ আছে তমসা। সেয়ে সুৰমা, অৰুণা আৰু নিজৰাৰ আশে-পাশে ৰাখি থৈছো মোৰ কিছুমান অতি আপোন মানুহ। তেওঁলোকে মোক ভাবৰ বাতৰি ভাৰে ভাৰে দিব। অথচ তেওঁলোকো সন্ত্ৰাসিত। কিন্তু কিয়? কাক ভয় কৰিছে? তমসাক নে তমসাৰ বীৰ বাসিন্দাসকলক?

এজন শিল্পী—অবিনাশ।

বীৰভূমিৰ উত্থান-পতনৰ সকলো ছবিকেই কেনভাচত আঁকি এটা জনজাগৰণৰ চেষ্টা চলাব বিচাৰিছে। স্বাধীনতাপ্ৰিয় অবিনাশৰ শাৰীৰিক শক্তিক ভয় নকৰিলেও মানসিক দৃঢ়তাই মোৰ বুকু কপাই দিয়ে। অবিনাশৰ কেনভাচত মই দেখিব পাইছো জলন্ত আগ্নেয়-গিৰিৰ লাভা—জুই আৰু ছাই। বীৰভূমিৰ সকলোৱে যদি অবিনাশৰ ছবিৰ আহিৰে জাগ্ৰত হৈ উঠে তেনেহ'লে মোৰ পতন নিশ্চিত। গোটেই পৃথিবীত বীৰভূমি হব নমস্যা। তমসা হব ধন্যা। সেয়ে অবিনাশৰ প্ৰতিভা বিকাশত মই বাধা দিম। খাব নোপোৱা শিল্পীয়েও তমসাৰ কাৰণে জীৱন উচৰ্গা কৰিব পাৰে। মই আচৰিত মানিছো। অথচ আচৰিত হৈ বহি থাকিলে মোৰ নহয়। অবিনাশৰ আদৰ্শক লক্ষ্যভ্ৰষ্ট কৰিবলৈ মই বিচাৰিছোঁ ত্ৰিশঙ্কুক। ত্ৰিশঙ্কুৱে জনসমাজক বিপথগ্ৰস্থ কৰিব। স্বকীয় স্বাৰ্থৰ মায়াজালে এটা সময়ত ত্ৰিশঙ্কুক আত্মঘাটি হবলৈ বাধ্য কৰাব। নিজৰ ঐতিহ্যৰ সমাধি তেতিয়া নিজে ঘটাব। ইয়াৰ বাবে প্ৰয়োজন হ'লে মই মোৰ বন্ধুসৱকলৰ লগত আলোচনা কৰি গোটেই পৃথিৱী পৰ্য্যতন কৰিম। বিশ্বৰ সমগ্ৰ শক্তি, মগজুত থকা আটাইখিনি বুদ্ধিৰ অৱলুপ্তি ঘটাই হ'লেও মই অবিনাশক বিনাশ কৰিম।

আকৌ অৰিন্দম?

শিক্ষকতাৰ ধৰ্ম লৈ মানুহ গঢ়াৰ সংকল্প লোৱা অৰিন্দম? তেওঁৰ নৈতিকতাৰ ওপৰত তমসাৰ গভীৰ বিশ্বাস। অবিনাশ, অৰিন্দম আৰু তমসা যদি একে ভাবৰ সংস্পৰ্শত থাকে তেতিয়াহ'লে মই নিজেই হব লাগিব দিশহাৰা। মই জানো, নৈতিকতা আৰু আদৰ্শৰ

পূজা কৰা মানুহে সামাজিক কলঙ্কক ভয় কৰে বেছি। সেয়ে এই সহযোগ ভাঙি দিয়াৰ কাৰণে অবিনাশ আৰু অৰিন্দমক কেন্দ্ৰ কৰি তমসাৰ চৰিত্ৰক সমালোচনা কৰাৰ কিছুমান মিছা কথা সাজি দিলে তমসাৰ মৰ্য্যাদা ৰক্ষাৰ কাৰণে দুয়োজনে আঁতৰি পৰিব। তেতিয়া সবিতা আৰু ত্ৰিশঙ্কুৰ শ্ৰেণীটোৰদ্বাৰা মই কৰিব লাগিব উদ্দেশ্য সাধন। কিন্তু কেতিয়া? এয়া জানো অতি সোনকালে সম্ভৱ?

ভাবি ভাবি মই ভাগৰি পৰিছো। মোৰ কল্পনা দিঠক হব বুলি মই মিছাতেই আশা কৰি বৈ থকা নাই জানো? সপোনক আপোন কৰি, সপোনকে সাৰটি জীৱনটো এটা বৃহৎ সপোনৰ লীলাভূমি কৰা নাই জানো? মোৰ পাছে পাছে তমসাক ভালপোৱা শিশুমনৰ বীৰভূমিৰ সকলো বাসিন্দাই অহোৰাত্ৰি মোৰেই কাৰ্য্যকলাপ অনুধাৱন কৰিছে। প্ৰতি মুহূৰ্ততে মোৰ বুদ্ধিৰ চাতুৰি ধৰা পৰি গৈছে। বীৰ-ভূমিৰ চাৰিসীমাৰপৰা কেতিয়া মই আঁতৰি পৰিব লাগে তাৰ কোনো হিচাব নাই। আত্মস্বাৰ্থতেই ব্যস্ত হৈ থকা বাবেই নেকি নাজানো ত্ৰিশঙ্কুয়ে কোনো স্থায়ী উপকাৰ কৰিবপৰা নাই। নিজস্ব নীতি নাথাকিলে সমাজত সাময়িক আবৰণ এটি দিলেও তাক কোনেও স্থায়ী কৰিব নোৱাৰে। ত্ৰিশঙ্কুয়ে পৰা নাই। বিকাশে পৰা নাই। আনকি অতি আধুনিকা কল্পনায়ো পৰা নাই। এওঁলোকৰ ব্যৰ্থতাৰ লগে লগে প্ৰকাৰান্তৰে মই পিচুৱাই গৈছো বছৰৰ পিছত বছৰ। স্কট চাহাবক বুজাই বঢ়াই বীৰভূমিত মোৰ নিজস্ব ভাষা আৰু সংস্কৃতি প্ৰচলন কৰিছিলোঁ। কিন্তু কিমান দিন? অলপ কেইদিনৰ ভিতৰতে জাগি উঠিল বীৰভূমিৰ বীৰসন্তান। নিজৰ ভাষা-সংস্কৃতিৰে গৰিয়ান বীৰভূমিৰ ঐতিহ্যক মন্থন কৰি মোক বিতাৰিত কৰিলে। স্কট চাহাব যোৱাৰ পিছত আকৌ দুবাৰ মোৰ অৱস্থিতিক বাহাল ৰখাৰ চেষ্টা কৰিলোঁ। কিন্তু লাভ একো নহ'ল। বুকুৰ কেঁচা তেজেৰে বীৰভূমিয়ে নিজৰ বৈশিষ্ট্যক ৰক্ষা কৰিলে। উলাই কৰিলে বাহিৰৰ পৰা অহা পৰা সকলো ধূলি। আজি মই আবৰ্জনা। বীৰভূমিৰ অবিশ্বাসৰ ৰবৰপীৰা মোৰ বাবে চীৰযুগমীয়া। তমসাৰ দৃষ্টিৰ কটাক্ষ মোৰ বাবে চিৰকলীয়া। সেয়ে তমসাৰ প্ৰতি মোৰ ভালপোৱা ভাব

নাই। তমসাক ভালপালেও তাই মোৰ প্ৰেমক স্বীকাৰ নকৰিব। হৃদয়ৰ পাৰস্পৰিক আকৰ্ষণ নাথাকিলে মায়া আৰু মোহে প্ৰেমৰ সৃষ্টি কৰিব নোৱাৰে। তমসাৰ প্ৰতি মোৰ হৃদয়ৰ আস্থা নাই—আছে বাসনাৰ তৃষ্ণা। অথচ মোৰ বাসনা পূৰ্ণ হোৱা নাই। পূৰ্ণ কৰিবলৈ দিয়া নাই অবিনাশে। দিয়া নাই অৰিন্দমে। সাধাৰণ খেতিয়ক সদানন্দকো মোৰ ভয় লাগে। তমসাৰ গাত অকণমান চেঁকা পৰাটোও সহ্য নকৰে সদানন্দই। মা-ভনীৰ প্ৰতি শ্ৰদ্ধা থকা এইখন বীৰভূমিৰ তমসাজনীক লাভ কৰাটো প্ৰথমতে যিমান সহজ বুলি ভাবিছিলো, ব্যৱহাৰিক জীৱনত আজি সিমানেই জটিল হিচাবে ধৰা দিছে। সেয়ে মই এতিয়া আশ্ৰয় লৈছো ছলনাৰ। মোৰ সোঁহাত এতিয়া সবিতা। তাইক সবিতাপুৰৰ লোভ দেখুৱাইছো। শক্তিৰ গৰ্ব আৰু নিজস্ব স্বাৰ্থৰ বাবে সবিতাই তমসাৰ ব্ৰহ্মতালুত দংশন কৰিব। সিদ্ধি লাভ হব সবিতাৰ। সিদ্ধি লাভ হব এই ৰত্নেশ্বৰৰ।

আজিৰ সমাজত আদৰ্শবাদী মৰে।

নীতিবাগীশ মৰে।

সেয়ে মৰিব অবিনাশ। মৰিব অৰিন্দম।

জগতৰ সোঁতক বাধা দিব গৈ চাকনৈয়াৰ অতল গহ্বৰত সোমাই যাব অবিনাশ দত্ত। হেৰাই যাব অৰিন্দম হাজৰিকা। মোৰ কামনাৰ ৰাণী তমসাৰ বিষাদ মলিন মুখত মই দেখা পাম আৰু এটা সৌন্দৰ্য্য। তাইক কাষত বহুৱাই মই কৈ যাম জীৱন আৰু যৌৱনৰ মূলমন্ত্ৰ। ইচ্ছা নাথাকিলেও তমসাই শুনিব লাগিব। ভাল নালাগিলেও তমসাই হাঁহিব লাগিব। কাৰণ তাইক ৰক্ষণাবেক্ষণ দিবলৈ তেতিয়া কোনো নাথাকে।

কল্পনা কৰি মোৰ ভাল লাগিল।

চকুৰ আগত ভাঁহি উঠিল এখন প্ৰাকৃতিক সৌন্দৰ্য্যৰে ভৰপুৰ পুৰণি গাঁও বীৰভূমি। পাহাৰী টিলা আৰু বনাঞ্চলেৰে ভৰা এখন গাঁও। গাঁওখনৰ মাজেৰে বৈ গৈছে এখন নদী। গাঁওৰ ভিতৰত আছে কেইবাটাও নিজৰা। এই নিজৰাসমূহ নদীত পৰিছে। গ্ৰীষ্ম-কালত আকাশত মেঘে গাজে। পৃথিৱীলৈ ধাৰাসাৰে বাগৰি আহে

মেঘালীৰ চকুলো। নিজৰা খৰস্ৰোতা হয়। পাৰ বাগৰে, পানীৰ প্ৰবল সোঁতে নদীৰ লগত মিতালী পাতে। গোটেই বীৰভূমিক পানীয়ে ধুৱাই শুচি কৰে। পবিত্ৰ কৰে। পবিত্ৰ বীৰভূমিৰ পবিত্ৰ মাটিত শস্য হয় নদন-বদন। পলসুৱা মাটি আৰু সোণবৰণীয়া ধাননি। ৰঙা মাটি আৰু নানা ধৰণৰ বনজাত শস্য। শৈলভূমিৰ সেউজীয়া গছ আৰু আকাশত নীলা ৰঙৰ মেলা। বিশ্বৰ চকুত বীৰভূমিক দেখিলে তবধ লাগে। এই দৃশ্য দেখি চিৰগাভৰু তমসাৰ বুকু উলাহত ওফন্দি উঠে। তমসাৰ ভনীয়েকজনীয়ে বায়েকৰ কাষত বৈ হাঁহে। সেই হাঁহিত স্বৰ্গৰ মুকুতা সৰে। হাঁহিৰ প্ৰতিধ্বনি নদীৰ সোঁতত মিলি কোনোবা মহাসাগৰত মিলে। বতাহৰ কঁপনিয়ে ওপৰলৈ উঠাই নি ঈথাৰৰ লগত মিতালি পাতে। এটা সময়তে হেৰাই যায়। হাস্যমধুৰ তমসাই বীৰভূমিৰ সকলো বাসিন্দাকে ওলগণি জনায়। বীৰভূমিৰ মানুহে হাঁহে। আনন্দ কৰে। স্বৰ্গখন বীৰভূমিলৈ নামি আহে।

দূৰৈত বৈ বৈ এই দৃশ্য চাই চকু মোৰ পোৰে। মই বীৰভূমিৰ অধিবাসী হব নিবিচাৰো। বীৰভূমিক মই পদদলিত কৰিব বিচাৰো। তমসাক মই উপভোগ কৰিব বিচাৰো। কিন্তু তাই তাইৰ পবিত্ৰতাৰে সৃষ্টি কৰে বীৰভূমিত বীৰৰ সন্তান। এই বীৰসকলক যুদ্ধৰ হুংকাৰেৰে বশ কৰা সহজ নহয় কাৰণেই বন্ধুত্বৰ চলেৰে পৃথকিকৰণৰ নতুন নীতিৰে নাইবা ঘৰুৱা কন্দল সৃষ্টিৰে মই আগবাঢ়ি যাম। এবাৰ সুঁৱৰি চাওঁ সবিতাৰ কথা—

ঃ জানা ৰত্নেশ্বৰ, তমসাৰ প্ৰতি মোৰ বিৰাগ ভাব নাই কিন্তু এটা স্বাধীন চুবুৰী বিচাৰো। মোক ভালপোৱা শ্ৰেণীটো যিহেতু বীৰভূমিৰ খিলঞ্জীয়া অধিবাসী আৰু তেওঁলোকেই যিহেতু বহুপৰিমাণে বীৰভূমিত বঞ্চিত হৈ আছে তেনেস্থলত তেওঁলোকৰ উন্নতিৰ কাৰণে মই চেষ্টা নকৰিম কিয়? মোৰ অগ্ৰগতিত তুমি সহায় কৰা ৰত্নেশ্বৰ।

সবিতাৰ পৰা এইটো আহ্বান মই সদায় বিচাৰি আছিলো। তাই নকলে তাইকেই মই মোৰ স্বাৰ্থত অনুৰোধ কৰিলোহেঁতেন। কিন্তু মোৰ জটিল অংকৰ উত্তৰ অতি সহজভাৱে মিলাই দিলে সবিতাই। তমসাই বাৰে বাৰে মোক অপমান কৰি আছে। ধৈৰ্য্য ধৰি বাৰে বাৰে

মই সহ্য কৰিছো। কাৰণ স্বাৰ্থ যিহেতু মোৰ সহস্ৰবাৰ হ'লেও সহ্য কৰিবই লাগিব। হেজাৰ অপমানৰ শেষ নিৰ্মালি হিচাবে মই পাম বীৰভূমি আৰু তোমাক।

ঃ সবিতা, তোমাৰ প্ৰেমে মোৰ জীৱনলৈ মাতি আনক বীৰভূমিৰ সুবাস আৰু তমসাৰ ৰঙ।

# সবিতা ঃ

[ আত্মসংৰক্ষণ, আত্মসংগঠন আৰু আত্মসংবৰ্দ্ধনেই হৈছে ব্যক্তি আৰু সমষ্টি হিচাবেও সকলো মানুহৰ মূল উদ্দেশ্য আৰু মূল নীতি। 'আত্ম' শব্দটোৰ অৰ্থ হৈছে চেতনাময়।

—ৰায়চৌধুৰী ]

মোৰ নাম সবিতা। বীৰভূমিৰ মুষ্টিমেয় হ'লেও যিসকলে মোক মনেপ্ৰাণে আজিও ভালপায় সেই সকলেই বীৰভূমিৰ খিলঞ্জীয়া অধিবাসী। আমাৰ ঐতিহ্যৰ বৰঘৰটো মঞেই এদিন কণ্টকৈ বান্ধিছিলো। অথচ তমসাৰ ভক্ত শ্ৰেণীটোৱে মোক আজি বিদ্ৰূপৰ চকুৰে চায়। তথাপি আমি ছয়জনী বাই-ভনী ভিতৰত সকলোৱে তমসাক সম্মান কৰো। লাহে লাহে সময় আগবাঢ়ি আহিল। আমাৰ বয়সো আগবাঢ়ি আহিল। নুবুজা কথাবিলাক বুজি পোৱা হ'লো। বুজিপোৱা কথাবিলাক বিশ্লেষণ কৰিব পৰা হ'লো। আমাৰ প্ৰত্যেকৰে ৰুচি অভিৰুচিৰ পৰিবৰ্তন হ'ল। আমাৰ ভিতৰত জ্ঞানী আৰু শিক্ষিতা বুলি তমসাৰ নাম আছে। মোতকৈ বয়সত তাই সৰু যদিও জনা-বুজা বুলি সম্মানবোধ এটা মোৰো আছিল। তমসাৰ উদাৰতা, সহনশীলতা, আৰু আদৰ্শক মই স্বীকাৰ কৰো। মই নিজে শিক্ষাৰ দিশত বেছি আগবাঢ়ি যাব নোৱাৰিলো। বীৰভূমিৰ অৰ্দ্ধশিক্ষিত আৰু অশিক্ষিতসকলক লৈয়ে মোক ব্যস্ত ৰখালে। তথাপি মই কোনো এজনীৰে ওপৰত বেয়া ভাব নাৰাখিলো। এতিয়াও ৰখা নাই। ভাবিছিলো ঃ তমসাই পঢ়িছে যেতিয়া মোকো আগবঢ়াই নিব। মই আটাইকেইজনীৰ ভিতৰতে ডাঙৰ আৰু

মোক বাইদেউ বুলি মাতি আছে যেতিয়া তাইহঁতৰ কাৰণে ত্যাগ কৰিবই লাগিব। শিক্ষাৰ এটা গুণ আছে। তমসাইঁত গুণৱতী হওঁক। তাইহঁতৰ গুণেৰে শোভিত কৰক বীৰভূমিৰ মান আৰু মৰ্য্যাদা। কিন্তু শিক্ষা-দীক্ষা পোৱাৰ পিছত তমসা কিবা উদাসীন হ'ল। কিবা ভাবত তাই বিভোৰ হৈ থাকে। বীৰভূমিৰ সকলো গৰিমাৰ মূলতে তাইৰ অৱদান সৰ্বশ্ৰেষ্ঠ বুলি ভাবিয়েই নেকি বেচ গহীন হৈ থাকে। এই ভাব অকল মোৰ প্ৰতিয়েই নহয়—সকলোৰে প্ৰতি। সুৰমাই তমসাৰ এই ৰূপ এটা মুহূৰ্তও সহ্য নকৰিলে। বীৰভূমিত অন্য এটা চুবুৰীৰ সৃষ্টি কৰিলে। সৃষ্টি হ'ল এটা এটাকৈ তিনিটা চুবুৰী। তমসাৰ শিক্ষাই এজনীকো বুজাব নোৱাৰিলে। তমসাৰ অভিজ্ঞতাৰ পোহৰত প্ৰতিভাত হবলৈ এজনীও তাইৰ কাষত নাথাকিল। প্ৰত্যেকে নিজৰ শক্তিৰ ওপৰত শক্তিশালী হব। নিজৰ নিজৰ পোহৰেৰে আগবাঢ়ি যাব। তেনেস্থলত মই তমসাৰ ওচৰত থকাৰ অৰ্থ নিজৰ নিস্বতাক প্ৰমাণ কৰা। দ্বিতীয়তে জগতবাসীয়ে যিয়ে নকওঁক তালৈ ভ্ৰূক্ষেপ নকৰিলোহেঁতেন। কিন্তু তমসাৰ বন্দনাকাৰীহঁতে মোক আদিম মানৱৰ লগতহে তুলনা কৰিব খোজে। মোৰ প্ৰতি মৰমৰ ঠাইত সিহঁতে প্ৰদৰ্শন কৰিব বিচাৰে পুতৌ। বাইদেউ সম্বোধনটোত বাহিৰে ভাওৰৰ প্ৰতি ৰাখিব লগীয়া ভক্তি-শ্ৰদ্ধা একোৱেই নাই। সৰু ল'ৰা-ছোৱালীক মিঠাইৰ লোভ দেখুৱাই শান্ত কৰাৰ দৰে মোকো বাইদেউ সম্বোধনটোৰে ভুলাই ৰাখিব বিচাৰিছে। কিন্তু কিমানদিন? মই ভনীবুলি কিছুদিন নীৰৱে থাকিব পাৰো কিন্তু বীৰভূমিৰ আদি বাসিন্দা বিলাকে মোৰ ওপৰত কৰা এই অবিচাৰ কিয় সহ্য কৰিব?

এদিন আছিল—যিদিনা গোটেই বীৰভূমিত খুব কম সংখ্যক মানুহে বিচৰণ কৰিছিল। তমসা তেতিয়া সৰু ছোৱালী। মৰমতে তাইক আলাসত ৰাখিছিলোঁ। বীৰভূমিৰ মাজ মজিয়াত থাকিব দিলো। তমসাৰ এটা ভক্তদল গঢ়ি উঠিল। বীৰভূমিৰ সকলো ভাললগা ঠাই তমসাৰ নাম লৈ তেওঁলোকে দখল কৰিলে। মোৰ নাম যিয়ে লয় তেওঁলোকক মৌখিক ভাওৰৰ সন্মান দেখুৱাই নদীৰ পাৰ, টিলাৰ দাঁতি আৰু বনাঞ্চলত বাসিন্দা হবলৈ দিলে। নিৰন্তৰ মই তমসাক লক্ষ্য কৰিলো। নিৰবে থাকিল তমসা। সভ্যতাৰ

প্ৰথম পোহৰজাক তমসাৰ ভক্তসকলৰ গাত পৰে। তেওঁলোক সভ্য হয়। বাহিৰৰ জগতত বীৰভূমিৰ শ্ৰেষ্ঠ মানৱ বুলি তেওঁ-লোকেই পৰিচয় দিয়ে। আদি বাসিন্দা বুলি মোৰ প্ৰিয় শ্ৰেণীটোৰ মূল্যাঙ্কন কোনেও নকৰে। মোৰ মানুহবিলাকৰ দ্বাৰা তমসাই কামহে আদায় কৰিব লয়। সহজ সৰল এই মানুহবিলাকে কামৰ পাৰি-শ্ৰমিকতকৈ মৌ সনা মৰমৰ মাতহে আগতে বিচাৰে। স্বাৰ্থপূৰণৰ সময়ত এই মিঠা মাতেৰে সভ্য শ্ৰেণীটোৱে কাম আদায় কৰে। ইয়াত বাহিৰে বীৰভূমিৰ ৰঙৰ ভাগ লবলৈ তেওঁলোকক নিদিয়ে। বীৰভূমিত কেইবাটাও শ্ৰেণীৰ সৃষ্টি হ'ল। শ্ৰেণী চৰিত্ৰৰ সংঘৰ্ষত আমি সকলোৰে বলি হব লাগে।

দিন আহিল।

ধৈৰ্য্যৰ সীমাৰেখা পাৰ হৈ মই অধৈৰ্য্যা হৈ পৰাৰ দিন আহিল। তমসাক মুক্তভাৱে কৈ দিলোঁ ঃ মূৰ্খ আদিম বাসিন্দাসকলৰ ল'ৰা-ছোৱালীক লৈ বনাঞ্চল নাইবা নদীৰ পাৰ—যিয়েই নহওক মোক নতুন চুবুৰী লাগে। মই তমসাৰ লগত নাথাকো। তমসাক এক-প্ৰকাৰ মই সকলোপিনে অপমান কৰাত লাগিলো। কিন্তু নাজানো তমসা আঁকৰি নে বুদ্ধিমতী। মোক একোতেই এৰিব নোখোজে। বীৰভূমিৰ মৰ্য্যাদাক বুজি পোৱা যদি কোনোবা আছে তেনেহ'লে সেইজনী হেনো কেৱল মই। তমসাই হেজাৰ শিক্ষা ললেও বীৰ-ভূমিৰ ঐতিহ্যৰ বৰ বেছি নাজানে। অৰুণা, নিজৰা আৰু সুৰমাৰ তুলনা কৰি মই তাইৰ পৰা আঁতৰি যোৱা হেনো উচিত নহব। ৰত্নেশ্বৰৰ স্বাৰ্থৰ ভালপোৱাত ভোল গৈ মই যেন নিজৰ আৰু বীৰ-ভূমিৰ অমঙ্গল মাতি নানো।

আজি ভাবিছো ৰত্নেশ্বৰৰ কথা।

ৰত্নেশ্বৰে বাৰু মোৰ লগত প্ৰেমৰ অভিনয় কৰিছে নেকি? স্কট চাহাব বীৰভূমিৰ পৰা আঁতৰি গৈছিল। কিন্তু নিজৰা বেলেগ হোৱাৰ পিছত স্কট চাহাব আকৌ আহিল। তমসাৰ ওচৰত স্কটচাহাবে এটা মুহূৰ্তত থিয় হব নোৱাৰে। তেওঁৰ সকলো সম্পৰ্ক নিজৰাৰ লগত। নিজৰাৰ চুবুৰীয়া মানুহে আজি নিজৰাৰ ভাষাৰে কথা নকয়।

স্কট চাহাবৰ ইংৰাজী ভাষা কয়। ইংৰাজী হেনো এটা আন্তঃৰাষ্ট্ৰীয় ভাষা। পৃথিৱীৰ শক্তিশালী ভাষা। ক্ষুদ্ৰভাষাৰে কথাপাতি নিজক ক্ষুদ্ৰ বুলি নিজৰাৰ চুবুৰীৰ মানুহে পৰিচয় দিব নিবিচাৰে। সেয়ে ইংৰাজীক ভাল পায়। কলা-কৃষ্টি, সভ্যতাৰ সকলো দিশ ইংৰাজীৰ আদৰ্শত গঢ়ি তুলিছে। সাত পুৰুষৰ ধৰ্ম এৰি এতিয়া তেওঁলোকৰ প্ৰায়বিলাকেই খ্ৰিষ্টিয়ান হৈছে। কিন্তু কিয়? শক্তিশালী ভাষা কৃষ্টিৰ আকৰ্ষণত এইটো কৰিছেনে স্কট চাহাবৰ প্ৰৰোচনাত কৰিছে? নিজৰাই হয় ভাল কৰিছে নহয় মহা ভুল কৰিছে। কি কৰিছে মই ভালদৰে বুজি পোৱা নাই। আগতে সকলো কথা তমসাক সুধিছিলো। চাতুৰীবিলাক তমসাই খুব ভালদৰেই বুজি পাইছিল। আজি মই তমসাক একো কথাই সুধিব নোৱাৰো। তাইৰ প্ৰতি সন্দিহান হোৱাৰ পিছত পুনৰ পৰামৰ্শ লোৱাৰ অৰ্থ দুৰ্বলতা। মই স্বাধীন চুবুৰীবিচৰাৰ পিছত দুৰ্বলতা প্ৰকাশ কৰিব নোৱাৰো। ৰত্নেশ্বৰক নিজৰাৰ কথা-বিলাক সুধিম বুলিও সোধা নাই। সুধিলেও আচল কথা মই ৰত্নেশ্বৰৰ পৰা আদায় কৰিব নোৱাৰিম। কিয়নো ৰত্নেশ্বৰ স্কট চাহাবৰহে বন্ধু। স্কট চাহাবে নিজৰাক আপোন কৰি লোৱাৰ দৰে ৰত্নেশ্বৰেও মোক আপোন কৰিব বিচৰা নাই জানো? বৌদ্ধিক কলা-কৌশল আৰু চাতুৰ্য্য মোৰ অলপো ভাল নালাগে। সহজ সৰলভাৱে কোৱা কথাবিলাকো মাজে মাজে মোৰ জটিল জটিল যেন লাগে। আচলতে ৰত্নেশ্বৰ সহজ নে জটিল মই আজিও বুজি নাপালো। উপ-যাচি মোৰ প্ৰতি ভালপোৱাৰ ইঙ্গিত প্ৰদৰ্শন কৰাৰ কাৰণ কি তাকো ভাবি পোৱা নাই। তথাপি ৰত্নেশ্বৰক মই এৰি নিদিওঁ। বীৰভূমিত স্বাধীন চুবুৰী কৰিব লাগিলে ৰত্নেশ্বৰৰ পৰামৰ্শ লবই লাগিব। তম-সাৰ চেনেহৰ জালত মেৰখাই আজিৰ যুগত মই নিৰবে বহি নাথাকো। জীৱন ভৰি মই মাথো ঠগ খাইছো। বীৰভূমি প্ৰতিষ্ঠা হোৱাৰে পৰা মই বুকুৰ তেজ পানী কৰিছো। তাৰ ফল ভোগ কৰিছে মাথো তমসাই। এতিয়া তমসাৰ ভক্তসকলে, উঠি অহা নতুন চামে মোৰ অনুগামীসকলক ঠগাব। নিৰৱ দৰ্শকৰ ভূমিকা মই এতিয়া নলওঁ। মোৰ উন্নতিৰ কাৰণে তমসাই একোৱেই নকৰিলে। তমসাৰ উৎসাহত বহুত কেইজনেই স্বনামধন্য লিখক হ'ল। কোনো লিখকেই

মোৰ জীৱন কাহিনীক লৈ কিতাপ নিলিখিলে। কোনো কবিয়ে এটা কবিতা নৰচিলে। কোনো চিত্ৰ শিল্পীয়ে এটা ছবি আঁকি নাপালে। গীতিকাৰৰ ৰচনাত মোৰ গীত নাই। গায়কে মোৰ গীত গাবলৈ লজ্জা পায়। তেনেহ'লে কিহৰ ভৰসাত মই তমসাৰ লগত থাকিম? অথচ বীৰভূমিৰ স্বাধীনতা আৰু ঐতিহ্য ৰক্ষাৰ কাৰণে কোচত কেঁচুৱা লৈ মোৰ অনুগামী তিৰোতাসকলে আন্দোলনমুখী হয়। বন্দুকৰ গুলি, লাঠিৰ কোব মূৰপাতি লয়। নিৰ্য্যাতন অত্যাচাৰৰ মাজলৈ আগবাঢ়ি গৈ প্ৰথমতে মোৰ অনুগামীসকলেই জীৱন আহুতি দিয়ে। এই আত্মত্যাগ কেৱল তমসাৰ প্ৰতি অপত্য মৰম আৰু বীৰভূমিৰ প্ৰতি থকা ভালপোৱাৰ কাৰণে। ইমানবোৰ দেখাৰ পিছতো নিৰৱ দৰ্শকৰ ভূমিকা লব পাৰিছে। তমসাৰ প্ৰতি স্নেহাশীলা হোৱাৰ নাম এতিয়া দুৰ্বলতা মাথোন। মই এতিয়া দুৰ্বলতা প্ৰদৰ্শন নকৰোঁ। মিছাতে বিশ্ববাসীক মই হাঁহিবলৈ সুবিধা দিছো। এতিয়া মই মোৰ অনুগামীসকলক লৈ প্ৰতিষ্ঠা কৰিম সবিতাপুৰ। তাত মোৰ নিৰ্দেশত নতুন সমাজ ব্যৱস্থা চলিব। মোৰ প্ৰতি অনুৰক্তাসকলে সেইখন সমাজত মাত মতাৰ সুবিধা পাব। মই মূৰ্খ হোৱালৈ যেতিয়া মূৰ্খৰ মাজতে কি কৰিব পাৰি চেষ্টা কৰি চাম। তমসাৰ পণ্ডিত-সকলক মই নিবিচাৰো।

তমসাৰ প্ৰতি মোৰ এতিয়া আগৰ ভাল ব্যৱহাৰ নাই। আগৰ দৰে মৰমো নকৰো। মোৰ খং নুঠিলেও তমসাক এতিয়া খং ভাব দেখুৱাই আছো। তথাপি তমসা নিৰৱ। মই বুজি নাপাওঁ এয়া নিৰৱতা নে ভণ্ডামি?

ঃ তমসা—তুমি যদি জ্ঞানী হোৱা তেনেহ'লে তোমাৰ ভক্তসকলক মোৰ অনুগামীসকলক ভালদৰে বুজাবলৈ নোকোৱা কিয়? তোমা-লোকে ইমানদিনে যিবোৰ সা-সুবিধা আমাক বঞ্চিত কৰি লৈছা— সেইবোৰৰ প্ৰতি নিৰপেক্ষ মনোভাৱ লোৱা। মই তেতিয়া সদায় তোমাৰ বাইদেউ হৈয়ে থাকিম। এতিয়া মই ধৰিব পৰা নাই তোমাৰ আচল ৰং কি—বেদনাৰ যন্ত্ৰণাত নিষৱে আছা নে ভণ্ডামিৰ ওৰণি লৈছা?

কেতিয়াবা তমসাক মোৰ আকাশৰ দেৱী বুলি ভাব হয়। ইমান উদাৰ, ইমান মহান—ভাবি মই তবধ মানি যাওঁ। কিন্তু ৰত্নেশ্বৰে ইয়াৰ ওভোতা অৰ্থহে কৰে। নিজৰ স্বাৰ্থপূৰণ কৰিব লাগিলে বাহিৰত হেনো সকলোৱে ঔদাৰ্য্য প্ৰকাশ কৰে। মহত্বৰ অভিনয় দেখুৱায়। আজি মোৰ খেলিমেলি লাগিছে। এপিনে বীৰভূমিৰ সাৰ্বভৌমত্ব ৰক্ষা আনপিনে ব্যক্তিত্বৰ স্বকীয় প্ৰকাশ।

অথচ সুৰমা?

স্বাধীন চুবুৰী এখন ললেও আচলতে সুৰমাই শান্তিত বসবাস কৰিব পৰা নাই। বীৰভূমি ঐক্যবদ্ধ হৈ থকা অৱস্থাত সুৰমাৰ স্থানাংক যেনে আছিল আজি সেইটো নাই। বিদ্ৰোহী অনুগামীসকলে স্বকীয় ক্ষমতা প্ৰদৰ্শনৰ কাৰণে কেৱল বাহিৰত দৌৰি ফুৰিছে। নিজৰ ঘৰৰ ভিতৰত থাকি কি সৃষ্টি কৰিব পাৰি তাক নাভাবি কেৱল পৰৰ পদলেহন কৰাতেই ব্যস্ত আছে। বীৰভূমিত নতুন সৃষ্টি কৰাৰ উদেশ্য সুৰমাৰ বেলেগ বুলি ভাবিছিলো। কিন্তু এতিয়া অনুমান কৰিছো নিজক নেতা আৰু ডাঙৰ মানুহ বুলি পৰিচয় দিয়াৰ কাৰণেহে তাইৰ অনুগামীসকলে নতুন চুবুৰী প্ৰতিষ্ঠাত গুৰুত্ব দিছিল। স্বাধীন মনেৰে নতুন প্ৰগতিৰ অমোঘ শক্তিৰে সুৰমাই কিবা এটি কৰিব বুলি ভাবিছিলো কিন্তু এতিয়ালৈকে একোৱেই কৰিব পৰা নাই। কেৱল বাহিৰত নিজকে তমসাৰ সমপৰ্য্যায়ৰ বুলি দেখুৱাইছেহে। এটা ভেলেকিবাজি দেখুৱাবৰ কাৰণে এই বিভাজনৰ কি প্ৰয়োজন আছিল।

নতুন চুবুৰীৰ নামত নিজৰা স্কট চাহাবৰ হাতৰ পুতলা হ'ল।

অৰুণাযে নিজৰাতকৈ বেলেগ কিবা হব তাক মই ভাবিব নোৱাৰো। খ্ৰিষ্টান মিচনেৰীসকলে গোটেই বিশ্বত খৃষ্টধৰ্ম প্ৰচাৰৰ চেষ্টা আজি নহয় বহুবছৰ আগৰে পৰা চলাই আছে। নিজৰা আৰু অৰুণা একপ্ৰকাৰ নিজৰ ধৰ্ম এৰি তেওঁলোকৰ ধৰ্মৰ প্ৰতি আকৰ্ষিত হৈছে। প্ৰত্যেকে নিজতকৈ আনৰটো ভাল বুলি এটা অন্ধবিশ্বাসত দৌৰি আছে। মোৰ অনুগামী কিছুমানেও খ্ৰিষ্ট ধৰ্মৰ প্ৰতি আনুগত্য প্ৰকাশ কৰিছে। ধৰ্ম প্ৰচাৰৰ নামত ইমান টকা খৰছ কৰি হাজাৰ হাজাৰ মাইল দূৰৰ পৰা অহাৰ আচল কাৰণ কি? এয়া ধৰ্মপ্ৰচাৰ নে ৰাজনীতি? ধৰ্মৰ

: তমসা, মোৰ শ্ৰেণীৰ মানুহবোৰ বৰ আলসুৱা। অকণমান মৰম কৰিলেই সিহঁতে বুকুৰ আপোন বুলি সাবটি ধৰে। লাগে মাত্ৰ অলপ সঁচা মৰম, অলপ সঁচা অনুকম্পা!! কোৱা তমসা তোমাৰ ভক্তসকলক মোৰ শ্ৰেণীটোক অলপ সঁচা মৰম প্ৰদৰ্শন কৰিবলৈ কোৱা। যদি তেওঁ-লোকে মূৰ্খ বুলি হেয় দৃষ্টিৰে নাচাই নিজৰ ভাই বুলি সাবটি ধৰে, তেতিয়া দেখিবা—এই নজনা মানুহবিলাকতকৈ শ্ৰেষ্ঠ ভাই আৰু বন্ধু তোমাৰ বুদ্ধিজীৱি শ্ৰেণীটোৰ আৰু কোনো নাই। কণ্ট হ'লেও তুমি এইটো কৰিব নোৱাৰিবানে ?

মই আজি মোৰ চিন্তা কৰা নাই । মই ভাবিছো মাত্ৰ বীৰভূমি আৰু তমসাৰ কথা। বীৰভূমিৰ মান মৰ্য্যাদা অকল তমসাৰ হাততেই এৰি দিয়া উচিত হোৱা নাই। জন্মভূমিৰ মঙ্গলৰ কাৰণে সকলোৱে ভাবিব পাৰে। সমাজত ভাল কাম কৰাৰ অধিকাৰ সকলোৰে আছে। সৃষ্টিৰ পথ সদায় মুকলি। ধ্বংস কৰাৰ অধিকাৰহে আমাৰ নাই। আমাৰ মাজত পৰস্পৰে কাজিয়া কৰি বীৰভূমিৰ পুৰণি আদৰ্শটো ধ্বংস কৰিব ওলাইছো। এইটো মুঠেই ভাল হোৱা নাই। আমি এমুঠি বুদ্ধিজীৱিৰ হাতত জন্মভূমিৰ ৰক্ষণাবেক্ষণৰ দায়িত্ব এৰি দি চকুমুদি বহি থাকো। শ্ৰেণী চৰিত্ৰৰ আদৰ্শই কেইজনমানক ভুল পথে পৰিচালনা কৰিলে বৃহৎ সমষ্টি এটাৰ অন্যায় হয়। অন্যায় হোৱাৰ আগতে কোনো সাৱধানতা অৱলম্বন নকৰি পিছত আমি এটা মুহূৰ্ততে ভীষণ তীব্ৰ হৈ পৰো। ফলস্বৰূপে অপৰাধীৰ একো নহয়। আমাৰ সচেতনতাই তেতিয়া কাম নিদিয়ে। বৰং অশান্তি আৰু হতাশাই আমাক বহুসময়ত কৰ্মবিমুখ কৰে। যদিও মোৰ শিক্ষা-দীক্ষা নাই, পৰিস্থিতিয়ে মোক ভাবিবলৈ বাধ্য কৰাইছে আত্মসংৰক্ষণৰ কথা। এই আত্ম অৰ্থ মই সমষ্টিগতভাৱেহে কৰিছো। নিজে জীয়াই থকা সমাজখনক সংৰক্ষণৰ ব্যৱস্থা কৰিব নোৱাৰিলে আমি অন্য সোঁতত উটি যোৱাৰ ভয় থাকে। এই সংৰক্ষণৰ কাৰণেই আমাৰ প্ৰতি মুহূৰ্ততে প্ৰয়োজন সংগঠনৰ। সংগঠনৰ লগে লগে আমাৰ প্ৰত্যেকৰে মাজত যেতিয়া এটা বুজাপৰা থাকিব তেতিয়া আমাৰ উন্নতি হবই। প্ৰগতি মানে সেই প্ৰগতিৰ কথা বুজো। চেতনাহীন হৈ অচিন সোঁতত উটি

যোৱাৰ বিলাস মোৰ নাই। জীৱন ভৰি মই বহুতো আঘাত পালো। প্ৰগতিৰ যুগত আঘাতৰ বন্যাত উটি নাযাওঁ। এই কথাবিলাকেই মই তমসাৰ লগত আলোচনা কৰিম। মোৰ শ্ৰেণীৰ সকলোকে এইবোৰকে বুজাই কম। বীৰভূমিৰ চূড়ান্ত উন্নতিতকৈ অন্য কোনো স্বাৰ্থই আমাৰ ডাঙৰ হব নোৱাৰে। আমাৰ মাজত থকা সকলো ভুল আমিয়েই শুধৰাই লম। বাহিৰৰ কোনো মানুহকে ইয়াৰ মাজত ওকালতি কৰাৰ সুবিধা নিদিওঁ।

ঃ ৰত্নেশ্বৰ, তোমাক বিদায়। তোমাৰ পৰামৰ্শই মোৰ মনত খেলিমেলিত বাহিৰে আন একো সৃষ্টি কৰা নাই। তমসা মোৰ প্ৰতি যিমানেই নিষ্ঠুৰ নহওঁক কিয় তথাপি তাই মোৰ নিজৰ ভনী। এজনী মাতৃৰ গাখীৰেৰে আমি ডাঙৰ হৈছো। সেয়ে তমসাৰ প্ৰতি কেনে আচৰণ কৰিব লাগে সেইটো মোক নিজৰ মগজুৰে ভাবিবলৈ দিয়া।

ৰত্নেশ্বৰ বৰ দুষ্ট লোক। মোৰ ওচৰলৈ কেবাদিনো অহা নাই। নিজৰাৰ ওচৰলৈতো যাবই নোৱাৰে। আকৌ অৰুণাই তেওঁক চকুপাৰি দেখিব নোৱাৰে। তথাপি নিলজ্জৰ দৰে চাৰিওপিনে অহা যোৱা কৰে। পৃথিৱীৰ সকলো কোণতেই ৰত্নেশ্বৰৰ জাতি-বন্ধুৰ অৱস্থিতি। ইমান বুধিয়ক। এওঁলোকৰ প্ৰকৃতি মই বুজিবকেই নোৱাৰো।

ঃ তমসা আমাৰ আচল শত্ৰু ৰত্নেশ্বৰহে। কিন্তু তেওঁৰ ওপৰত আমাৰ কোনো প্ৰতিশোধ নাই। তেওঁৰ পৰামৰ্শমতে বিভাজন ঘটাৰ যোৱা বাবে দায়ী ৰত্নেশ্বৰ নহয়। তেওঁক পৰামৰ্শ দিবলৈ সুবিধা দিয়াৰ বাবে আমি নিজেই দায়ী। ৰত্নেশ্বৰৰপৰা এতিয়া মই বেছি সাৱধান হৈছো।

## অৰিন্দম ঃ

[এতিয়া দেশৰ যিটো দৰ্কাৰ, সেইটো হ'ল লোহাৰ নিচিনা মাংস-পেশী আৰু তীখাৰ নিচিনা স্নায়ু, একেবাৰেই ভেটিব নোৱাৰা প্ৰচণ্ড ইচ্ছা শক্তি। ই ভেদ কৰিব জগতৰ সকলো ৰহস্য, সকলো প্ৰহেলিকা। ই নিজৰ কৰ্ত্তব্য যেনেকৈয়ে হওঁক পালন কৰিব। তাৰ বাবে যদি সাগৰৰ তলিলৈ গৈ মৃত্যুৰ মুখত থিয় হব লাগে তাকো কৰিব।

—বিবেকানন্দ ]

এটা বয়স—কৈশোৰ। এই কুমলীয়া বয়সৰ ল'ৰা-ছোৱালীসকলৰ মই পথ-প্ৰদৰ্শক। প্ৰত্যেক নৱজাত শিশুই পবিত্ৰ হৈ জন্ম গ্ৰহণ কৰে। পবিত্ৰতা আছে কাৰণেই শিশুক দেৱশিশু বোলে। শৈশৱ পাৰ হৈ বীৰভূমিৰ যিসকল শিশুই কৈশোৰ পাইছে আজি দহ বছৰে সেই কিশোৰসকলৰ মই শিক্ষক হৈ আছো। কৈশোৰৰ সময়চোৱা অতিকৈ চঞ্চল। এই চঞ্চল সময়চোৱাক অতি সাৱধানেৰে যদি গঢ় দিব পৰা যায় তেনেহ'লে প্ৰত্যেকজন কিশোৰে সময়ত নিজে গঢ় লব একোজন আদৰ্শ যুৱকৰ।

কলেজত পঢ়ি থাকোতে মনটো উৰ্দ্ধমুখী হৈছিল।

কিবাকিবি বহুত সপোন দেখিছিলো। সেই স্বপ্ন আজি নাই। সেই স্বপ্ন আজি ভাগি গৈছে। স্বপ্নৰ আবেগে মোক বাহিৰৰ জগতলৈ লৈ নগ'ল। বাস্তৱে টানি টানি শেষত বীৰভূমিৰ কেঁচা মাটিতেই মোক বন্দী কৰিলে। দহ বছৰৰ

আগৰপৰা মই ইয়াতেই আছো। যি বীৰভূমি মোৰ জন্মভূমি, যি বীৰভূমিত মোৰ আজো ককাইঁত উপজি মৰিছিল, সেই বীৰভূমিৰ কিশোৰসকলক মই আদৰ্শৰ ব্ৰতত দীক্ষা দি মানসিক দিশত বীৰ সাঁজাম। এয়ে মোৰ সঙ্কল্প। মোৰ সঙ্কল্পত আগবাঢ়ি যাব লাগিলে ছাত্ৰ-ছাত্ৰীৰ লগত ময়ো সাধনা কৰিব লাগিব। সাধকেহে সাধনা শিকাব পাৰে। নিজে সাধক নোহোৱাকৈ মই সাধনাৰ এটা সূত্ৰও বুজাব নোৱাৰিম। কিতাপৰ পাঠখিনি সুন্দৰভাৱে বুজাই ভাটৌ-বিদ্যা দিয়া শিক্ষক জগতত বহুত আছে। গতানুগতিকাতৰ পৰা অলপ ফালৰি কাটি আহি মই চেষ্টা কৰিছো বাস্তব শিক্ষা দিবলৈ। বীৰভূমিৰ প্ৰত্যেকজন কিশোৰ একোজন পূৰ্ণাঙ্গ যুৱক হব লাগিব। মানুহ সুখী হোৱা সহজ। শিক্ষা-দীক্ষা লোৱা, ধন সোণ ঘটা সহজ কিন্তু পূৰ্ণাঙ্গ হোৱা সহজ কথা নহয়। মই নিজে পূৰ্ণাঙ্গ হব নোৱাৰিলো। মই এই বিফলতাৰ সমাধিত ৰচনা কৰিম পূৰ্ণতাৰ অঙ্কুৰ। এই পূৰ্ণতাৰ পথত মই যে কিমান ত্যাগ কৰিব লাগিব। এই ত্যাগৰ কাৰণে আৱশ্যক হব মোৰ ধৈৰ্য্য আৰু আত্মসংযম। অথচ মই এজন উনত্ৰিশ বছৰীয়া যুৱক। মনে সাঁজা কল্পনাক বাস্তব কৰিবলৈ ইমানখিনি ধৈৰ্য্য মোৰ জানো হব?

ঃ তমসা—মোক তুমি প্ৰেৰণা দিয়া। তোমাৰ পৰা প্ৰেৰণা পালে মই দেহত নতুন শক্তি অনুভৱ কৰিম। মই কিবাকিবি গঢ়িব খোজো। মোৰ হৃদয়ত সৃষ্টিৰ উন্মাদনা। তুমি কেৱল মোক প্ৰেৰণা দিয়া তমসা।

তমসাৰ চকুৰ পিনে দুষ্ট চাৱনিৰে চাব পৰা পুৰুষ বীৰভূমিত কোনো নাই। গাভৰু তমসাজনীক মোৰ কিবা গোসানী গোসানী যেন লাগে। তাইৰ ভৰি দুখনত খামোচ মাৰি ধৰি যেন মই লুতি খাই পৰিম। অথচ মই কেইদিনমান লক্ষ্য কৰিছো তাইৰ মুখত আগৰ সেই চিৰপ্ৰফুল্ল হাঁহিটো নাই। হাঁহিবলৈ তমসাই পাহৰি গ'ল কিয়? কোনে পাহৰাই দিলে হাঁহিৰ তৰঙ্গ? তমসাৰ মুখৰ হাঁহি হেৰাই যোৱা মানে হেজাৰজন বীৰভূমিৰ মানুহৰ কৰ্মপ্ৰেৰণা হেৰাই

যোৱা। উৎসাহৰ জয়মাল্য ধূলিত লাঞ্চিত হোৱা। এই কথা বীৰ-ভূমিৰ আন যুৱকে অনুভৱ কৰে নে নকৰে নাজানো মই কিন্তু সদায় কৰো। তমসাৰ প্ৰতি মোৰ প্ৰেম আছে। ভক্তি আছে। বীৰভূমিৰ চিৰসুখ আৰু চিৰশান্তিকলৈয়ে তমসাৰ হাঁহি আৰু আনন্দৰ উৎস। বীৰভূমিক আগুৱাই নিবলৈ চেষ্টা কৰা মানে তমসাৰ উন্নতিৰ কাৰণে চেষ্টা কৰা। বীৰভূমিৰ অপকাৰ কৰিলে তমসাৰ অপকাৰ কৰাহে হয়। সেয়ে মই শিক্ষকৰ চাকৰি ললো। জীৱনটো মোৰ দুখেৰে যাব। কষ্টেৰে যাব। যাওঁক, তালৈ মই লক্ষ্য নাৰাখো। ব্যক্তিৰ সুখ স্বাচ্ছন্দৰ কথা ভাবি থাকিলে নতুন সৃষ্টি নহয়। মই কেৱল সৃষ্টিৰ নতুন অঙ্কুৰৰ কথাহে চিন্তা কৰিম। খনিকৰৰ দৰে মই কেৱল গঢ়ি যাম। যুৱক প্ৰাণত মোৰ কৰ্মস্পৃহা আছে। মগজুত সৃষ্টিৰ ঢৌ আছে। সেয়ে মই কিবাকিবি কৰি যাম। নকৰিলে মোৰ প্ৰেৰণাই মোকেই দংশন কৰিব।

কিছুমান কিশোৰ-কিশোৰী।

চকু মুখত সিহঁতৰ কিবাকিবি জনাৰ হাবিলাস। টুকুৰা-টুকুৰ হব ধৰা বীৰভূমিৰ অৱস্থাটোৰ কথা সিহঁতে নাজানে। বৃহত্তৰ বীৰভূমিৰ ঐক্য ভাগি খণ্ড খণ্ড হোৱাৰ ৰহস্য সিহঁতে নুবুজে। অথচ এই ঐক্য ভঙ্গৰ ভীষণ পৰিণাম এদিন এই কিশোৰ-কিশোৰীহঁতে ভোগ কৰিব লাগিব। শক্তিৰ গৰ্বত বহুতে শেন চকুৰে বীৰভূমিলৈ চাই আছে। বহুতে ইয়াৰ স্বাধীনতা, স্বকীয়তা ধ্বংস কৰিবলৈ আগবাঢ়ি আহিছে। বীৰভূমিৰ বহু সন্তানক অৰ্থৰ প্ৰলোভনেৰে দালাল সজাইছে। সিহঁতৰ দ্বাৰা ভিতৰৰ সকলো গোপনীয়তা উদ্ধাৰ কৰি এটা সময়ত বীৰভূমিক ভীষণ বিপৰ্য্যয়ৰ মাজলৈ ঠেলি দিব। জন্মভূমিৰ বৈশিষ্ট ৰক্ষাতকৈ এই দালাল শ্ৰেণীটোৰ বিলাসী প্ৰাসাদৰ মূল্য বেছি। বীৰভূমিৰ হেজাৰ হেজাৰ নিৰীহ মানুহক ৰাজপথলৈ ঠেলি দি হাঁহি হাঁহি এই দালাল শ্ৰেণীটোৱে সুখৰ খাদ্য খাব পাৰে। খাই আছে। ভাটৌবিদ্যাৰে শিক্ষিত হোৱা আজিৰ কিশোৰহঁতে ইয়াৰ ৰহস্য একেবাৰেই নাজানে। প্ৰতিদিনে বহু সংখ্যক মানুহ গৃহহাৰা হোৱাৰ অন্তৰালত দুই এজনে পকীঘৰ সাঁজিছে। দালাল শ্ৰেণীটোক

চিনি পোৱাৰ প্ৰয়োজন। সিহঁতক নিৰ্মূল কৰাৰো প্ৰয়োজন। জন-সমাজৰ শত্ৰুক ক্ষমা কৰিব পৰা নাযায়। শৈশৱৰপৰা আত্মসচেতন নহলে শত্ৰু মিত্ৰ চিনি পোৱা সম্ভৱ নহয়। ফলস্বৰূপে বহু যুৱকে অন্তৰত আদৰ্শৰ প্ৰচণ্ড শক্তি থাকিলেও ভুল কৰে। শত্ৰুক মিত্ৰ বুলি ভাবে; মিত্ৰকো শত্ৰু বুলি মহা অনৰ্থ ঘটায়। কথা-কাৰ্য্য, গতি আৰু শ্ৰেণী চৰিত্ৰৰ জ্ঞান নথকাৰ কাৰণেই তেনে হয়। আমি বৰ্ত্তমান এটা মহা জটিল যুগত ভৰি দিছো। সকলো বুজি পোৱাৰ পিছতো যেন আমি একো বুজি পোৱা নাই। নুবুজাকৈয়ে যেন আমি বহুত কিবাকিবি হঠাতেই বুজি পালো।

সমাজ অধ্যয়ন যেতিয়া কৰিব লাগিছিল তেতিয়া পৰীক্ষা পাছৰ কাৰণে কিছুমান পাঠ্য মুখস্থ কৰাতেই ব্যস্ত আছিলো। বাস্তৱ সংসা-ৰৰ ছবি, জগতৰ কথা তেতিয়া আমাৰ শিকা নহ'ল। অদৰ্কাৰী কথাবিলাক বিশেষকৈ আমাৰ দৰে মানুহৰ ব্যৱহাৰিক জীৱনত নলগা কথা কিছুমান শিকি সময়বিলাক মিছাতে নষ্ট কৰা যেন লাগিছে। ইয়াৰ বাবে ঠিক দায়ীময়ো নহয়। উপযুক্ত পথ প্ৰদৰ্শক পোৱা নাছিলো। নাইবা আজিৰ দৰে বীৰভূমিৰ জটিল পৰিস্থিতি এটা নাছিল বাবেই নেকি পথপৰিদৰ্শকৰ প্ৰয়োজনো বৰ বেছি অনুভৱ কৰা নাছিলো। কিন্তু বীৰভূমি আজি সঙ্কতৰ মুখত উপস্থিত। এই সময়ত প্ৰতিজন কিশোৰ-কিশোৰী ৰত্নস্বৰূপ। কৈশোৰৰ উপযুক্ত শিক্ষাৰে আদৰ্শ ডেকা-গাভৰু সজাব নোৱাৰিলে হয় বীৰভূমি আনৰ দ্বাৰা লাঞ্ছিত হব নাইবা ইহঁতেই মাতৃভূমিৰ বুকুত সানি দিব কলঙ্কৰ চেঁকা। আজি মোৰ দৰে সাধাৰণ শিক্ষক শ্ৰেণীৰ মূৰত সেয়ে কৰ্ত্তব্যৰ মেটমৰা বোজা। কিশোৰ-কিশোৰীৰ মনঃস্তত্ত্ব অধ্যয়ন কৰি ধৰা বন্ধা পাঠ্যক্ৰমৰ উপৰি জীৱনৰ প্ৰকৃত শিক্ষা দিয়াত আমিয়ে সহায় কৰিব লাগিব। অথচ কণ্টকৰ এই শিক্ষা প্ৰণালীৰ মাজলৈ কিছুমান শিক্ষক আহিব নোখোজে। কিন্তু তেওঁলোকেও অহা উচিত বুলি মই ভাবো। শিক্ষকতা এটা ঠিক চাকৰি নহয়—ধৰ্ম। ত্যাগৰ ওপৰত গঢ়ি উঠা এটা ধৰ্ম। ধৰ্ম হব লাগিলে বিশ্বাস থকা একনিষ্ঠ কিবা এটা কৰ্ম হব লাগিব। অমনোযোগী কৰ্মক ধৰ্ম আখ্যা দিব নোৱাৰি। মই নিজে শিক্ষক যেতিয়া সমালোচনা কৰা উচিত নহয়।

আচলতে মই সমালোচনাও কৰা নাই। মই নিজকে কোৱা কথা কিছুমানৰহে এইটো মুকলি প্ৰকাশ। প্ৰতিজন ছাত্ৰ-ছাত্ৰীকেই যদি উপযুক্ত নাগৰিক হোৱাত সহায় কৰিব নোৱাৰো তেনেহ'লে তাৰ বাবে দায়ী শিক্ষকসকলহে। পাৰিপাশ্বিক আৰু সামাজিক সকলো গতিৰ অৱসান ঘটাই ইচ্ছা কৰিলে শিক্ষকে ছাত্ৰক নতুন গতিৰ সন্ধান দিব পাৰে। সেই গতিত আগবঢ়াই নিব পাৰে। সেইটো চেষ্টা আনে কৰক বা নকৰক বীৰভূমিৰ স্বাৰ্থত অন্ততঃ মই কৰিম। বীৰভূমিৰ চিৰকলীয়া স্বাধীনতা মই ধ্বংস হবলৈ দিব নোৱাৰো।

ত্ৰিশঙ্কু আগবাঢ়ি আহিছে।

বিকাশইঁত আগবাঢ়ি আহিছে।

সুবিধাবাদী ত্ৰিশঙ্কু। বস্তুবাদী বিকাশ। হেজাৰ জনৰ মূৰত ৰামটাঙোন মাৰি বিকাশে হাঁহিব পাৰে। কেইটামান টকাৰ কাৰণে ত্ৰিশঙ্কুয়ে মহা সৰ্বনাশ কৰিব পাৰে। দুয়োজনে টকাকেই জীৱন বুলি ভাবে। টকাৰ খেল আৰু প্ৰলোভনৰ মাধ্যমেৰে বীৰভূমিৰ বহু সন্তানক এওঁলোকে বিপথগামী কৰিছে। বহু গাভৰুৰ সৰ্বনাশ কৰিছে। আনকি মই গোসানী বুলি ভবা তমসাৰ নাৰীত্বৰ ওপৰতো সিহঁতে কৰিব বিচাৰিছিল পশুত্বৰ ব্যৱহাৰ। আন ছোৱালীৰ নিচিনা তমসাই কন্দা নাছিল। কেৱল জনাইছিলহে মাত্ৰ।

ঃ ত্ৰিশঙ্কু আৰু বিকাশ লাহে লাহে পশুৰ শাৰীলৈ নামিছে। মোৰ বৰ ভাল লগা নাই অৰিন্দম। এওঁলোক দুজনৰ আদৰ্শ যদি বীৰভূমিৰ সকলো মানুহে লয় তেনেহ'লে আমি মানুহ বুলি দাবী কৰিব নোৱাৰিমেই নেকি ?

নিস্পৃহভাৱে কোৱা এই সাধাৰণ কথাষাৰৰ তাৎপৰ্য্য মই বিচাৰি পাইছিলো অবিনাশৰ কেনভাচত। অবিনাশে কেইখনমান নগ্ন ছবি আঁকিছিল। প্ৰগতিৰ স্বৰূপত আদৰ্শ ছবি অঁকা অবিনাশৰ তাত নগ্ন ছবি দেখি মই তাৰ চকুলৈ চাইছিলো। ছবিৰ তলত লিখিছিল— 'সভ্যতাৰ হাঁহি'। গাভৰু ছোৱালীক ধৰ্ষণ কৰি বাৰু সভ্যতাই হাঁহে নেকি ? এইটো বাৰু কেনে ধৰণৰ সভ্যতা ? কেনেকুৱা হাঁহি ? ছবিখন বহুবাৰ নিৰীক্ষণ কৰি বুজি নোপোৱাত অবিনাশে শেষত

বুজাই দিছিল ঃ আজিৰ সভ্যতা এটা ধৰাবন্ধা গতিত নচলে। প্ৰত্যেকে নিজৰ ইচ্ছামতে সভ্যতাৰ গতিক আগবঢ়াই দিছে। বস্তুবাদী আৰু সুবিধাবাদী কেইজনমানে নৈতিকতা আৰু আদৰ্শ পাহৰি গৈছে। তেওঁলোকে বিপৰীত লিঙ্গ চিনি পায়—সম্পৰ্কৰ ওপৰত গুৰুত্ব নিদিয়ে। মাংসল দেহ আৰু লোভনীয় সৌন্দৰ্য্য থাকিলে সম্পৰ্কৰ জৰিডালে বান্ধি ৰাখিব নোৱাৰে।

আকাৰে ইঙ্গিতে সিদিনা অবিনাশে মোক কি বুজাইছিল নাজানো কিন্তু এতিয়া ভালদৰে বুজি পাইছো যুৱকজন আজিৰ সভ্যতাৰ নতুন সৃষ্টি—বিকাশ ত্ৰিশঙ্কুৰ দল। গাভৰুজনী মাতৃমূৰ্তি তমসা দেৱী।

মগজুটো মোৰ গৰম হৈ পৰে।

চকু দুটা আকাশৰপৰা বহু যোজন পথ মাটিৰ ওচৰলৈ নামি আহে। মুহূৰ্তৰ ভিতৰত মনুষ্যত্ব পাহৰি যাওঁ। ভিতৰত শুই থকা পশুটো জাগ্ৰত হৈ উঠে। মই যেন কাৰোবাৰ ওপৰত প্ৰতিশোধ লম। সমাজত থকা সকলো ত্ৰিশঙ্কু আৰু বিকাশকে যেন মই নিৰ্মূল কৰিম। ৰক্ত চকুৰ দৃষ্টিয়ে যেন হঠাতেই দেখা পায় এখন হাস্য মধুৰ মুখ—তমসাৰ। হাঁহি হাঁহি যেন মোক তমসাই কৈছে ঃ অৰিন্দম অধৈৰ্য্য নহবাচোন। চোৱা ইমান নিৰ্য্যাতনৰ পিছতো মই কেনেকৈ ধৈৰ্য্য ধৰি আছো। আজিৰ সমাজত ত্ৰিশঙ্কুৰ সৃষ্টি বেছিকৈ হৈছে। হেজাৰ বছৰ বঞ্চিত হৈ থকা শ্ৰেণীটোক কেইটামান টকা দেখুৱাই বিকাশহঁতে সিহঁতক অস্ত্ৰ হিচাবে গঢ়ি তুলিছে। টকাৰে সৃষ্টি কৰিব পৰা ক্ষমতা বিকাশৰ আছে। কিন্তু তোমাৰ পথ আৰু বিকাশৰ পথ সুকীয়া। বিকাশৰ সৃষ্টিৰ উদ্দেশ্য ধ্বংস। তোমাৰ সৃষ্টিয়ে নতুনৰ সন্ধান দিব। নতুন সৃষ্টিৰ অন্বেষণ কৰিব। তুমি অস্ত্ৰ তৈয়াৰ কৰা। ত্ৰিশঙ্কুৰ শ্ৰেণী নিৰ্মূল হোৱাৰ কাৰণে, বিকাশৰ শক্তি শেষ হোৱাৰ কাৰণে তুমি নতুন মানুহ গঢ়া। আবেগিক নহবা। আবেগে আজিলৈকে কোনো ভাল কামৰ চানেকি জগতৰ বুৰঞ্জীত এৰি যাব পৰা নাই। সেয়ে ধৈৰ্য্য ধৰি সমাজ বুৰঞ্জীৰ জীৱনী শক্তিৰ

উত্তৰটো মিলাই চোৱা। তুমি ইমান উত্তেজিত হ'লে কেনেকৈ হব কোৱাচোন ? বীৰভূমিত তুমি মই চিৰদিন নাথাকো। আমাৰ স্মৃতি বহন কৰিব পৰা, বীৰভূমিৰ স্বাধীন পতাকা ধৰিব পৰা ডেকা-গাভৰুৰ সৃষ্টি তুমি কৰিবই লাগিব অৰিন্দম। যদি নিজে একো কৰিব নোৱাৰা অবিনাশৰ কেনভাচত পৰি থকা ছবিবিলাকৰ মুখত ভাষা দিয়া। সিইঁত গজি উঠিলে পলাই ফাট মাৰিব বীৰভূমিৰ নপুংসকৰ দল। হেজাৰ নিৰ্য্যাতনৰ পিছতো মই দেখোন কন্দা নাই। নকন্দাৰ অৰ্থ মই বেদনা নোপোৱা বুলি ভাবা নেকি ?

তমসাৰ চাৱনিৰ এই অৰ্থবোৰ যেতিয়া বুজি পাও তেতিয়া মই থমকি উঠো। মাতৃমূৰ্তি তমসাই যেন মোক সান্ত্বনা দিছে। মোৰ পশুজনক বুজাই শান্ত কৰিছে। এইজনী দেৱীক ধৰ্ষণ কৰাৰ কথা বিকাশে কেনেকৈঁ ভাবিব পাৰে মই দেখোন বুজিকেই নাপাওঁ।

নতুন পুৰুষৰ মই পথ প্ৰদৰ্শক।

তমসাৰ ওলাই নহা চকুপানীৰ মই নীৰৱ দৰ্শক। হাঁহিবলৈ পাহৰি যোৱা তমসাৰ মুখত মই হাঁহি উপহাৰ দিব লাগিব। দিনক-দিনে অন্ধকাৰৰ মহা গহ্বৰলৈ সোমাই যাব ধৰা বীৰভূমিক মই ৰক্ষা কৰিব লাগিব। ইয়াৰ কাৰণে ব্যৱহাৰিক জীৱনত মই বাৰু পিছ-পৰি আছো নেকি ? কৰ্তব্যক মই বাৰু অৱহেলা কৰিছো নেকি ? বৃহত্তৰ ব্ৰতৰ পৰা ফালৰি কাটি মই বাৰু ক্ষুদ্ৰতাৰ মেৰপাকত সোমাই পৰিছো নেকি ?

বুদ্ধিজীৱিসকলৰ বুদ্ধিৰ কছৰতৰ ফলত বীৰভূমিখন খণ্ড-বিখণ্ড হ'ল। সবিতায়ো মাজতে নিজাকৈ সবিতাপুৰ স্থাপনৰ বাবে এবাৰ আন্দোলনমুখী হ'ল। এতিয়া কি ভাবি নিৰৱে আছে নাজানো। হয়তো শত্ৰুৰ প্ৰৰোচনাত আকৌ গাঁওবাসীৰ মাজত সৃষ্টি কৰিব ৰক্তক্ষয়ী যুদ্ধ। সবিতাৰ শিক্ষাৰ অভাৱ। সবিতাৰ অনুগামীসকলৰ যি ল'ৰা-ছোৱালী সেইসকলেও উচিত শিক্ষা পোৱা নাই। যন্ত্ৰযুগে সৃষ্টি কৰা নতুন সভ্যতাৰ সময় চোৱাত সবিতাৰ শ্ৰেণীটোৱে অৰ্দ্ধ-শিক্ষাৰে শিক্ষিত হৈ দূৰদৰ্শিতা পাহৰিছে। সেয়ে আনৰ কথা শুনি সোনকালে উত্তেজিত হৈ পৰে। এই উত্তেজনাৰ কাৰণে দায়ী সবিতাৰ

শ্ৰেণীটো নহয়—উপযুক্ত শিক্ষাৰ অভাৱতহে সেইটো হৈছে। অকণাৰ এটা 'ইনফিৰিঅ'ৰিটি কমপ্লেক্স' আছে। সেয়ে বাহিৰত প্ৰদৰ্শন কৰিব বিচাৰে 'চুপেৰিঅ'ৰিটি'। আকৌ নিজৰাইতো শিক্ষাৰ শীৰ্ষ বিন্দুত উঠা বুলিয়েই ভাবে। স্কট চাহাবৰ বৰ বৰ কথাতেই ভোল গৈ মহা সাংঘাতিক কিবা এটা হোৱা বুলি নিজৰা গপতে গেলি আছে। এই বৃহৎ অসামঞ্জস্যৰ অৱসান ঘটাব লাগিব। গাঁওৰ চাৰিবেৰৰ মাজত পৰস্পৰে পৰস্পৰক ভুল বুজি কাজিয়াত লিপ্ত থাকিলে বিশ্ব মনিষাৰ সুৰ আমি নুশুনিম। বিশ্ববাসীৰ প্ৰগতিৰ ভাষা আমি বুজিব নোৱাৰিম। আজি উনত্ৰিশটা বছৰ মই যিবোৰত বঞ্চিত হৈ থাকিলো, মোৰ তলৰ চামে যাতে বঞ্চিত নহয় তাৰ প্ৰতিকাৰৰ ব্যৱস্থা মই কিবা এটা কৰিবই লাগিব। নহ'লে পৰবৰ্তীচামে মোক অভিশাপ দিব। শুদ্ধ বিবেকে দংশন কৰি যুগৰ বেৰত শিক্ষক অৰিন্দমৰ ছবি আঁকিব নাযায়—আঁকিব কাপুৰুষ অৰিন্দমৰ ছবি। মই পৰাধীন ভাৰতৰ শিশু। জন্মৰ পঙ্কিলতাৰ অভিশাপত মোৰ প্ৰগতি পঙ্গু হ'ব পাৰে কিন্তু আজিৰ কিশোৰ-কিশোৰীহঁততো পৰাধীন ভাৰতত জন্ম পোৱা নাই। আজিৰ মানুহে মনুষ্যত্বৰ পথ এৰি বেছি সংখ্যকে বাক কিয় লৈছে পশুত্বৰ পথ? যুৱক শ্ৰেণীটোৱে কেইটামান বছৰ আদৰ্শৰ সপোন দেখি শেষত গতানুগতিক পথ বাচি লয় কিয়? আদৰ্শ আৰু নৈতিকতাৰ ওপৰত গঢ় লোৱা জীৱন হঠাতেই বস্তুবাদৰ ওপৰত মোহাচ্ছন্ন হয় কিয়? চামে চামে অহা এই কিশোৰ-কিশোৰীহঁত শিক্ষকসকলে আদৰ্শ পথৰ সন্ধান নিদিলে কোনে দিব? নিজৰ ইচ্ছা-মতে যিকোনো উপায়েৰে কেইটামান টকা ঘটি বাহিৰত দেখুওৱা এটা সুখী জীৱনৰ কি অৰ্থ আছে? মনৰ শান্তিক বিসৰ্জন দি প্ৰকৃততে কোনোবাই সুখী বুলি কব পাৰেনে? গতিহীন উৎকণ্ঠাময় জীৱনৰ নাম জানো দৰাচলতে জীৱন? মই একো বুজি নাপাওঁ।

মোৰ দেহৰ ভিতৰত কেইটামান শত্ৰু আছে। এই শত্ৰুকেইটাই প্ৰায়ে মোৰ অগ্ৰগতিত বাধা দিয়ে। লোভ, মোহ, বাসনা আদি যি কেইটা শত্ৰু তাক মই দমন কৰিবলৈ বহুত কষ্ট কৰিলো। এতিয়াও পৰা নাই। নিজৰ ভিতৰত থকা শত্ৰুক দমন কৰিব নোৱাৰিলে

সংস্কাৰক হোৱা সহজ নহয়। মই এজন যুৱক। যুৱক প্ৰাণৰ সহজাত সকলোকে এৰি মই তেনেহ'লে আদৰ্শৰ সপোনত সন্ন্যাসী হব ওলাইছো নেকি? সন্ন্যাসী হোৱাটো মোৰ আদৰ্শ নহয়। আমি যি কষ্ট পাইছো সেই কষ্টৰ নিৰাময় ঘটাই মানুহৰ স্বাভাৱিক জীৱনদানহে মোৰ আদৰ্শ। মোৰ মনে ভেদাভেদ চিনি নাপায়। সবিতা, অৰুণা, সুৰমা নাইবা তমসাক ভালপোৱা শ্ৰেণীৰ কথা মই ভবা নাই। সকলো কিশোৰ-কিশোৰী আগবাঢ়ি যাওক। প্ৰত্যেকে নিজৰ ভুল বুজি শুদ্ধ পথ লওক। মই আত্মদৰ্শন লাভ কৰা নাই যদিও ফিৰোজাইঁতে মোক আত্মদৰ্শন লাভ কৰা বুলি ধেমালি কৰিব বিচাৰে। এই জগতত যিসকলে আত্মদৰ্শন লাভ কৰিছে সেইসকলে জগতৰ সকলো অন্যায়ক ন্যায়ত প্ৰতিষ্ঠা নকৰাকৈ শান্ত হৈ নাথাকে। জগতৰ সকলো ভুলক শুদ্ধ কৰি, সকলো অসুন্দৰক সুন্দৰ ৰূপ দিব নোৱাৰালৈকে বিশ্ৰাম নলয়। বাহিৰৰ অসুৰক দূৰ কৰাৰ আগতে তেওঁলোকে প্ৰথমতে নিজৰ অন্তৰ সুন্দৰ কৰে। বাহিৰৰ কুসংস্কাৰবোৰক হাতুৰীৰে কোবোৱাৰ আগতে নিজৰ ভিতৰত থকা কুসংস্কাৰবোৰক কোবাই কোবাই একৰাই দিয়ে। নিজে শুদ্ধ আৰু সুন্দৰ নোহোৱা পৰ্য্যন্ত কোনেও বাহিৰ জগতত শুদ্ধতা আৰু সৌন্দৰ্য্য বিলাব নোৱাৰে। তেওঁলোকে ক্ষুদ্ৰতাৰ মাজেৰে, স্বাৰ্থৰ মোহজালেৰে ভুলকে শুদ্ধ কৰিব নাইবা অসুন্দৰকে সুন্দৰ বুলি স্বীকাৰ কৰিব। সেয়ে মই আজিও আত্মদৰ্শন লাভ কৰিবপৰা নাই। নিজৰ ক্ষুদ্ৰতাৰ আঘাতত মই অতিষ্ঠ হৈ পৰো। জ্যোতিপ্ৰসাদৰ কথাষাৰে মোৰ চেতন মনক প্ৰায়ে আঘাত কৰে: নিজতকৈ দেশখনক বেছি ভাল পাব নোৱাৰিলে, নিজৰ ক্ষুদ্ৰতাৰ মেৰপাকত সোমাই থাকি আত্মতুষ্টি লাভ কৰাৰ পৰা মুক্ত হব নোৱাৰিলে, দেশ আৰু জাতিৰ কল্যাণ সাধিব নোৱাৰি। নিজৰ সম্প্ৰদায়, নিজৰ জাতি গোষ্ঠীৰ প্ৰতি কৰ্ত্তব্যত লাগি থাকোতে যদি বৃহত্তৰ মানৱ সমাজৰ প্ৰতি কৰ্তব্য পাহৰি যোৱা যায় তেন্তে মোৰ ক্ষুদ্ৰতাৰ আঘাতত মোৰেই মৃত্যু ঘটিব।

কথাষাৰ যেন জ্যোতিপ্ৰসাদৰ নহয় মোৰ—সচেতন বিবেকৰহে। অথচ আমি নিজকো ভালপাব নিশিকিলো আৰু দেশকো ভালপাব

নোৱাৰিলো। সেয়ে নিজকে বৰ ক্ষুদ্ৰ ক্ষুদ্ৰ যেন লাগে। কিন্তু মোৰ বীৰভূমিৰ যিটো অৱস্থা, ইয়াৰ ৰূপান্তৰ ঘটাব লাগিলে হতাশাক মনত স্থান দিলে নহব। নিজকে লৌহ মানৱ সাজি কালবিনাশী প্ৰেৰণাৰে সকলো ৰহস্যৰ কুহেলিকা আঁতৰাব লাগিব। হাঁহি বলৈ পাহৰি যোৱা তমসাৰ মুখত হাঁহিৰ ৰেখা বিৰিঙাই তুলিব লাগিব। প্ৰত্যক্ষভাৱে তমসাই মোৰ ওপৰত একো আশা কৰা নাই। কিন্তু পৰোক্ষভাৱে যেন তমসাই মোক সাধক হোৱা বাঞ্ছা কৰে। আদৰ্শৰ প্ৰেৰণাৰে সাধনাৰ মন্ত্ৰ উচ্চাৰণ কৰি বীৰভূমিত যেন এখন নতুন সমাজ ৰচনাৰ প্ৰয়োজন হৈছে। এই অগ্ৰগতিত তমসাই যেন বকুৰ তেজ দি হ'লেও মোক প্ৰেৰণা যোগাব।

ঃ তমসা, মই এজন সাধাৰণ শিক্ষক। বহুত চেষ্টা কৰিও বি. এ. পাছ কৰিব নোৱাৰিলো। পৰিয়ালৰ অৰ্থনৈতিক সংকটে মোক মজলীয়া স্কুলৰ শিক্ষক হবলৈ বাধ্য কৰালে। মই যিদিনা শিক্ষকৰ চাকৰিত সোমাও সিদিনা মানুহ গঢ়াৰ সংকল্প লোৱা নাছিলো। সংকল্প লৈছিলো মই পোৱা অলপীয়া টকাৰে পৰিয়ালটোক চলোৱাৰহে। মনুষ্যত্বই এটা কথা কৈছিল ঃ কৰ্মই ধৰ্ম। দুটা শব্দৰ এটা বাক্য। অথচ ইয়াৰ তাৎপৰ্য্য ইমান গভীৰ, মই এতিয়াহে বুজি পাইছো। মোৰ কৰ্ম শিক্ষা দান। মানুহ গঢ়া। এইটো যিহেতু মোৰ ধৰ্ম সেয়ে আজি যুৱক প্ৰাণৰ সকলো উন্মাদনা পাহৰি আজি সন্ন্যাসীৰ দৰে সাধনাত ব্ৰতী হবলগীয়াত পৰিছে। ইয়াৰ উপৰিও বীৰভূমিৰ মই স্বাধীন নাগৰিক। চিৰকলীয়া স্বাধীনতাৰ মৰ্য্যাদা হানি কৰিবলৈ আজি উঠি পৰি লাগিছে স্বাৰ্থপৰসকলে। সাধাৰণ শ্ৰেণীৰ মানুহে জীয়াই থকাৰ দাবীত পাহৰি গৈছে জীৱনৰ অস্তিত্ব। এনে অৱস্থাত অকল শিক্ষা দান দিয়া শিক্ষকেই নহয় আমি সকলো সচেতন যুৱকে হব লগীয়াত পৰিছে জাগ্ৰত পহৰী। জানা তমসা, মই বীৰভূমিৰ কাৰণে এই ক্ষুদ্ৰ জীৱনটো উপহাৰ দিম কিন্তু তাতকৈ মহৎ কিবা এটা কৰিব পাৰিম বুলি দেখোন বিশ্বাসেই কৰিব নোৱাৰো।

অবিনাশে কিহৰ স্বপ্নত কি ছবি আঁকে মই নাজানো। বন্ধ কোঠাৰ ভিতৰলৈ অবিনাশে সৌৰজগতৰ সকলো পোহৰকে মাতি

আনিছে নে ভেকুঁৰৰ সৃষ্টি কৰিছে তাকো নাজানো। কিন্তু মই শিক্ষকতা কৰা স্কুলখনৰ শিক্ষয়িত্ৰী ফিৰোজাই বীৰভূমিত এখন সাৰ্বজনীন সমাজ ৰচনা কৰিব বিচাৰে। জাতিৰ ক্ষুদ্ৰতাৰ আঘাতত মানৱতাৰ হেনো মৃত্যু হৈছে। ফিৰোজাৰ কথাৰ সত্যতা কিমান মই নাজানো কিন্তু বহল দৃষ্টিৰে চালে এই জাতি ভেদ বৈষম্যতাই আমাৰ অন্তৰত এটা বিভাজনৰ সৃষ্টি কৰা যেনহে লাগে।

ফিৰোজাৰ এটা স্বাৰ্থ আছে।

ঠিক স্বাৰ্থ নহ'লেও ব্যৱহাৰিক ক্ষেত্ৰত স্বাৰ্থ বুলি কোৱাৰ যুক্তি আছে। সেয়া অবিবাহিতা ফিৰোজাৰ যৌবনৰ আবেদন। শিক্ষকতা জীৱনৰ ষষ্ঠ বছৰত এদিন ফিৰোজা মোৰ প্ৰতি বৰ আবেগ বিহ্বলা হৈ পৰিছিল। এটা সময়ত দিছিল বিয়াৰ প্ৰস্তাৱ। মই থতমত খাইছিলো।' ইয়াৰ কাৰণ ফিৰোজা মুছলমানৰ ছোৱালী সেইটো নাছিল, কাৰণটো মোৰ ব্যক্তিগত। আমাৰ ব্যক্তিগত কাৰ্য্যক্ৰমনিকাৰে সমাজ নচলে। ফিৰোজাক মই বিয়া কৰোৱাৰ লগে লগে মছজিদলৈ গৈ মোল্লাৰদ্বাৰা গ্ৰহণ কৰিব লাগিব ইচলাম ধৰ্ম। সমাজত কিছুমান নিয়ম আছে। সেই নিয়ম যিসকলে পালন কৰি আহিছে আজিৰ সমাজত তেওঁলোকেই সামাজিক মানুহ। কিছুমান নিয়ম-নীতিক উলাই কৰি নতুন নিয়ম প্ৰৱৰ্তন কৰাৰ চেষ্টা যিসকলে কৰে, নুবুজা শ্ৰেণীটোৱে কয় বিপথগামী আৰু বুজাসকলে তেওঁলোকক আখ্যা দিয়ে সমাজ সংস্কাৰক। ফিৰোজাক বিয়াৰ বান্ধোনেৰে বান্ধি মই সমাজ সংস্কাৰক নাইবা বিপথগামী এটাও হোৱাৰ ইচ্ছা নকৰিলো। আচলতে এখন বিয়া হব লাগিলে সংস্কাৰৰ প্ৰতি যি বাসনা আৰু উৎসাহৰ আৱশ্যক মোৰ মনত আজিলৈকে গঢ়ি উঠা নাই। প্ৰেম নামৰ শব্দটোৰ বৃহত্তৰ স্বৰূপ কি তাক মই আজিও নুবুজিলো। মাতৃগৰ্ভত জন্ম গ্ৰহণ কৰিছিলো বাবে সকলো নাৰীকেই মই মাতৃৰ দৰে ভাল পাওঁ। শ্ৰদ্ধা কৰো। এই ভালপোৱা আৰু শ্ৰদ্ধাৰ নাম প্ৰেম কিজানি নাছিল। মোৰ উদাসীনতাত ফিৰোজাই ভালপোৱা নাছিল। জাতি আৰু ধৰ্মৰ ঠেক গণ্ডীৰ চিন্তাই হেনো মোৰ স্বৰ্গীয় প্ৰেমৰ

উপলব্ধিত হেতাৰ হৈছে। সামাজিক নিয়মৰ অন্ধকাৰ ওৰণিখন লৈ থকা বাবে হেনো মই স্বৰ্গীয় প্ৰেমৰ পূৰ্ণৰেখা দেখা পোৱা নাই। অকল মোক বেয়া পোৱাতেই সীমাবদ্ধ নাথাকি তাই এই উদাসীনতাৰ কথা তমসাক জনাইছিল।

মোৰ পিনে চাইছিল তমসাই।

ফ্ৰিৰোজাৰ পিনে চাইছিল তমসাই।

মোক কোনোদিন বিয়া সম্পৰ্কত এটা কথাও কোৱা নাই। তমসাই কিজানি মোৰ ভিতৰখন দেখা পাইছিল। হয়তো দেখা পাইছিল ফ্ৰিৰোজাৰ মন। ফ্ৰিৰোজাৰ অন্তৰৰ ভিতৰত সংসাৰ ধৰ্ম পালন কৰিবলৈ বৈ থকা অন্য এজনী ফ্ৰিৰোজাক দেখা পাইছিল। মোৰ ভিতৰত কিজানি ধ্যানমগ্ন সন্ন্যাসী এজনক দেখা পাইছিল। সেয়ে নিৰৱে আমাৰ গতিবিধি লক্ষ্য কৰিছিল। অন্তৰদৰ্শন কৰিব পৰা তমসাক মোৰ গোসানী বুলি সিদিনা আত্মপ্ৰত্যয় হৈছিল।

অথচ বহুদিন নিৰৱে আছিল ফ্ৰিৰোজা।

প্ৰস্তাৱ দিয়াৰ পিছত তাই ভাবিছিল মই লগে লগে সন্মতি প্ৰকাশ কৰিম। বৃহত্তৰ মানৱ সমাজত জীয়াই থাকিব খোজা ফ্ৰিৰোজাক অনুপযুক্তা বুলি অন্ততঃ মই বিবেচনা নকৰো। ফ্ৰিৰোজাৰ দৃষ্টিত যিহেতু মই বীৰভূমিত প্ৰচেষ্টা চলাইছো, আমাৰ লক্ষ্য এটা। আমাৰ মাজত যদি বিয়াৰ সংহতি হয় ইয়ো এটা আদৰ্শৰে নতুন ৰূপ হব। আজিৰ সমাজত কিছুমানে আমাক শাও দিব। বিদ্ৰূপ কৰিব। কিন্তু পৰৱৰ্তী চামৰ কাৰণে বৃহত্তৰ মানৱ জাতি গঠনত ইয়ে হব এটা অৱলম্বন। নতুন পুৰুষৰ হৃদয়ৰ মাজত আমি ভোটা তৰা হৈ জ্বলি থাকিম।

ফ্ৰিৰোজাৰ কথাত হয়তো যুক্তি আছিল।

হয়তো মুঠেই নাছিল।

দেশ এখন পৰিচালনা কৰাৰ কাৰণে যেনেকৈ কিছুমান ৰাজ্যৰ প্ৰয়োজন তেনেদৰে মানৱ সমাজকো শাৰীৰিক আৰু মানসিকভাৱে পৰিচালনা কৰিবলৈ সমাজত ধৰ্ম আৰু সামাজিক নিয়ম নীতিৰ সৃষ্টি হৈছিল। সামাজিক নিয়মে সমাজৰ অন্যায় নকৰালৈকে আমি

পালন ক'ৰো। কোনো নিয়ম চিৰদিন একে অৱস্থাত থাকিব নোৱাৰে। প্ৰয়োজন ভেদে সময়ত সময়ৰ পুৰুষে ইয়াৰ প্ৰতিকাৰ কৰিব। কিন্তু আজি হিন্দু ল'ৰাই মুছলমানৰ ছোৱালীক বিয়া কৰোৱাৰ যুক্তি ক'ত? নাইবা মুছলমানৰ ছোৱালী বিয়া কৰালেই হিন্দু ধৰ্মক এৰি মুছলমান ধৰ্মত দীক্ষা লোৱাৰ যুক্তি ক'ত? ধৰ্মৰ ক্ষেত্ৰত আমাক গোড়ামী নালাগে। সকলো মানুহ আৰু ধৰ্মকে আমি যিমান দূৰ পাৰি উদাৰ দৃষ্টিভঙ্গীৰে চালে ধৰ্মক লৈ কিজানি মানৱ সমাজত হাহাকাৰ কৰিব নালাগিব।

ফিৰোজা বুজা ছোৱালী।

বিশাল মানৱ সমাজৰ সৰ্বাঙ্গীন উন্নতি আমি বিচাৰো। অৰ্থ-নৈতিক উন্নতি নহ'লে মানসিক উন্নতিত বাধা পৰে। প্ৰাণী মাত্ৰেই যিহেতু কিঁবা অলপ খোৱাৰ প্ৰশ্ন আছে সেইটো নাপালে মানসিক উন্নতি সম্ভৱপৰ নহয়। পৃথিৱীৰ চাৰিওপিনে আজি বিভিন্ন শ্ৰেণীৰ সৃষ্টি হৈছে। তাৰ ভিতৰত প্ৰধানকৈ দেখা দিছে শোষক, শোষিত আৰু দালাল। শোষণৰ নিৰ্মূল কৰি দালালক বাধা দিব নোৱা-ৰিলে আচলতে মানব সেৱা আৰু সমাজসেৱাৰ নামত কৰা সকলো শ্ৰম ভণ্ডামি। সংহতিৰ কাৰণে বিভিন্ন জাতিৰ মাজত কেইখনমান বিয়া পাতিলে আচলতে সংহতি নহয়। সমাজৰ প্ৰত্যেকটা দিশেই আজি নকৈ চালি জাৰি চাই কাৰ্য্যপন্থা হাতত লব লগা হৈছে। ইমান কামৰ মাজত বিয়াৰ কথা ভাবিবলৈ মোৰ অৱসৰ নাই।

ঃ তুমি মোক ভুল নুবুজিবা ফিৰোজা। জাতি আৰু ধৰ্মৰ কথা ভবাৰ পৰা পৰিস্থিতিয়ে মোক বিৰত ৰাখিছে। মই বিচাৰিছো মানুহৰ অৰ্থনৈতিক উন্নতি। বীৰভূমিৰ অৰ্থনৈতিক উন্নতিৰ আকৰ্ষণে বিশ্বৰ মানুহক এদিন আকৰ্ষিত কৰি আগবঢ়াই আনিছিল। অথচ সেই বীৰভূমিৰ মানুহে আজি পলুৰ দৰে নাখাই মৰিছে। মৰি মৰি জীয়াই থকা প্ৰত্যেকজন মানুহৰ অন্তৰতে আছে বিশ্ববীক্ষাৰ পোহৰ আৰু প্ৰতিভাৰ অস্ত্ৰ। এই সকলোবোৰ নোহোৱা হোৱাৰ কাৰণে দায়ী কোন জানা? মই ভাবো অৰ্থনৈতিক দুৰ্গতি, শোষক শ্ৰেণীৰ অত্যাচাৰ আৰু দালাল শ্ৰেণীৰ শঠতা। সহজ হোৱা বাবে

তেওঁলোকে ঠগ খাইছে। মৰিছে। অথচ বীৰত্বমিক ক্ষমা কৰি গৈছে। আহা ফ্রিৰোজা—সকলো পাহৰি আমি আমাৰ কৰ্ত্তব্য কৰো। জীয়াই থকা ক্ষণিক সময়ৰ ভিতৰতে আমি মানুহৰ পূৰ্ণ ছবিখন সজীৱ কৰো।

স্কুলখনৰ ফ্রিৰোজা প্ৰধান শিক্ষয়িত্ৰী।

বি. এ. পাছ কৰাৰ পিছতে গাভৰু ফ্রিৰোজাই স্কুলখনৰ প্ৰধান শিক্ষয়িত্ৰী হৈ আহিছিল। জুই জ্বলা যৌবন বুকুত বান্ধি গাভৰু ছোৱালীজনীয়ে আজি বহু বছৰ ল'ৰা-ছোৱালীক শিক্ষাদান কৰি আছে। শিক্ষকতা কৰি থকা অৱস্থাতে বহু যুৱকে তাইক বিয়াৰ প্ৰস্তাৱ দিলে। কিন্তু কোনোজনৰ প্ৰতিয়ে তাই সঁহাৰি নিদিলে। স্কুলখনত সোমোৱাৰ পিছত—সহজাত কৌতুহলেৰে মই ফ্রিৰোজাৰ পিনে চাইছিলো। দেখিছিলো, বিয়া আৰু সংসাৰৰ প্ৰতি ফ্রিৰোজাৰ যেন এটি বিতশ্ৰদ্ধ ভাব। ভাবিছিলো ঃ যৌৱনৰ প্ৰথম পদক্ষেপতেই হয়তো তাই বেয়াকৈ পিচল খাইছে। কলেজীয়া জীৱনত হয়তো কোনোবা যুৱকৰ ছবি আঁকি সেইখন নিজে মচি পেলাইছে। নাইবা যুৱকজন আঁতৰি গৈছে। তমসাক সুধিও ফিৰোজাৰ ব্যক্তিগত জীৱনৰ কথা একো জানিব নোৱাৰিলোঁ। কিন্তু উপযাচি মোক যিদিনা বিয়াৰ প্ৰস্তাৱ দিয়ে সিদিনা জিকাৰ খাই উঠিছিলো। মোৰ অৱস্থাটো লক্ষ্য কৰি হাঁহি হাঁহি ফিৰোজাই কৈছিল—

ঃ জানে হাজৰিকা, হেজাৰজন যুৱকৰ শাৰীত নেপেলাই আপোনাক অলপ বেলেগ বুলি ভাবিহে এই প্ৰস্তাৱ দিছো। বিয়াৰ প্ৰতি মোৰ তেনে আকৰ্ষণ নাই; কিন্তু জানে বিয়া নোহোৱাকৈ গাভৰু অৱস্থাত সামাজিক কামত ঠিক আগবাঢ়ি যোৱাত অলপ অসুবিধা পোৱা যায়। সেই অসুবিধাখিনি দূৰ কৰাৰ কাৰণে আৰু আপোনাৰ ওপৰত মোৰ পূৰ্ণ শ্ৰদ্ধা থকা বাবেহে এই প্ৰস্তাৱ দিছো। আশাকৰো আপুনি চিন্তা কৰি চাব।

চিন্তা মই কৰা নাছিলো। ফিৰোজাৰ বিয়াৰ প্ৰস্তাৱে মোৰ চিন্তাশক্তি হ্ৰাসহে কৰিছিল। চিৰব্যৰ্থ ফ্রিৰোজাই শেষত এয়া মোক কি প্ৰস্তাৱ দিছে? তাইৰ আৰু মোৰ মন এটা গতিত নচলিবওটো

পাৰে ? মোৰ মনৰ অৱস্থা তাই কি বুজিছিল নাজানো কিন্তু মোৰ সন্দিহান মনটোক অধ্যয়ন কৰিয়েই হবলা কৈছিল—

ঃ জীৱনত মই পাই হেৰোৱাৰ কোনো বেদনা আজিলৈ পোৱা নাই। কিন্তু জানে—নোপোৱাৰ বেদনাই প্ৰায়ে মোক হাৰাশাস্তি কৰে। এই নোপোৱাৰ কাৰণে হয়তো মোৰ উচ্চ আকাঙ্ক্ষা দায়ী। মই ভাবো মানুহ মগনিয়াৰ হ'লেও ঐশ্বৰ্য্যশালী হোৱাৰ কল্পনা তেওঁ মনত পুহি ৰাখিব লাগে। মূৰ্খ হ'লেও জ্ঞানৰ মুকুতা বুটলি লোৱাৰ হাবিলাস থাকিব লাগে। আশাবাদৰ গতিয়েই জীৱনৰ গতি নহয় জানো ? যাৰ জীৱনত উচ্চ গতি নাই—সেই জীৱনৰ প্ৰগতি ক'ত ? সেই জীৱনে প্ৰতিনিধিত্ব কৰিব ক'ৰপৰা ? জানে—পুৰুষ সমাজখনত হতাশাগ্ৰস্থ পুৰুষেই লগ পালো বেছি। বিলাসী অট্টালিকাৰ তলত আৰামৰ জীৱন কটোৱাৰ কাৰণে আজিৰ যুৱক শ্ৰেণীটোৱে কৰ্ম্মৰ মাধ্যম লব নিৰ্বিচাৰে—বিচাৰে সুবিধাহে। কম আয়াসতে বহুত বেছি আশা কৰে। অথচ আপোনাক মই অলপ বেলেগ বুলিয়েই ভাবি আছিছো।

এয়া আছিল ফিৰোজাৰ মুকলি প্ৰকাশ। মুকলিভাৱে মনৰ সকলো কথা কোৱাৰ পিছতো মই ফিৰোজাক গ্ৰহণ কৰিব নোৱাৰিলো। ফিৰোজাৰ কথা মনলৈ আহিলে তাই মোৰ চকুৰ আগত ভাঁহি নুঠে—ভাঁহি উঠে অৰ্থনৈতিক যন্ত্ৰণাত কষ্ট খাই থকা মোৰ পৰিয়ালৰ ছবি। বিষাদ বদনা তমসাৰ ছবি। বীৰভূমিৰ ওপৰত থকা স্বাৰ্থপৰসকলৰ শেন দৃষ্টি আৰু বীৰভূমিৰ হেজাৰ হেজাৰ অসহায় অথচ সহজ সৰল জনসাধাৰণ। এই ছবিবোৰ দেখাৰ পিছত মই হতাশ হৈ পৰো। মোৰ সমগ্ৰ শৰীৰ জিকাৰ খাই উঠে। তাৰ পিছমুহূৰ্ততে আপোনা আপুনি মই উত্তেজিত হৈ পৰো। কৰবাৰ পৰা আহি পায় নব প্ৰেৰণা। মনটো কৰ্মমুখী হয়। মোৰ হাতত এটাই কৰ্ম আছে—শিক্ষকতা। মোৰ এটাই মাত্ৰ ধৰ্ম আছে—মানুহ গঢ়া। নতুন বীৰভূমিক ৰমকজমককৈ সাজিবলৈ হ'লে খনিকৰৰ দৰে কেৱল মই গঢ়ি যাব লাগিব। মই যদি আদৰ্শ মানুহ গঢ়ি তুলিব পাৰো সেই মানুহৰ মাজত মৃত্যুৰ পিছতো মই জীয়াই থাকিম।

তাকে নকৰি যদি পঙ্গু মানবৰ সৃষ্টি কৰো সেই পঙ্গুতাৰ আঘাতে মৃত্যুৰ পিছতো মোক কষ্ট দিব।

কৰ্মই ধৰ্ম।

মোৰ ধৰ্ম, মোৰ কৰ্ম মই কৰিবই লাগিব। মোৰ নাম অৰিন্দম। মোৰ মনৰ ভিতৰত ঠাই লোৱা সকলো শত্ৰুকে দমন কৰি মই হম শত্ৰু দমনকাৰী। আদৰ্শৰ অমোঘ-অস্ত্ৰৰে হানি মই এখন আদৰ্শ বীৰভূমিৰ সৃষ্টি কৰিম। মোৰ সৃষ্টি চাই তমসাৰ ওঠৰ পাহৰি যোৱা হাঁহিৰ তৰঙ্গ আকৌ বিৰিঙি উঠিব।

ঃ তমসা—চাবা, বীৰভূমিৰ সকলো সন্তান ত্ৰিশঙ্কুৰ দৰে দালাল হোৱা নাই। বিকাশৰ দৰে টকাকেই জীৱন বুলি ভবা নাই। ব্যক্তি সুখক দুভৰিৰে ঠেলি জন্মভূমি আৰু মাতৃৰ মৰ্য্যাদাৰ বাবে জীৱন ক্ষয় কৰা সন্তান বীৰভূমিত এতিয়াও আছে।

## বিকাশ ঃ

[মাথোন এজনকেই আজীৱন ভাল পাই থাকিব পাৰিম বুলি কোৱাটো, একেডাল মমবাতিয়েই চিৰকাল জ্বলি থাকিব বুলি কোৱা কথাটোৰ নিচিনা। —টলষ্টয়]

বীৰভূমি এদিন ঐশ্বৰ্য্যৰে পৰিপূৰ্ণ হৈ আছিল অথচ এটা শ্ৰেণী আজি মগনিয়াৰ হৈ ৰাজপথলৈ ওলাই আহিছে। যি তিৰোতাক সূৰ্য্যৰ পোহৰে দেখা নাছিল সেই তিৰোতাই আজি ভিক্ষাৰ জোলোঙা লৈ দুৱাৰে দুৱাৰে ফুৰিছে। নাৰী জীৱনৰ বহুমূলীয়া সম্পদ একমাত্ৰ ক্ষুধাৰ যন্ত্ৰণাত বিসৰ্জন দিছে। গাভৰু ছোৱালীবিলাকে কলেজ আৰু বিশ্ববিদ্যালয়ৰ মজিয়াৰপৰা শিক্ষা শেষ নৌহওঁতেই চহৰে নগৰে চাকৰি বিচাৰি ঘূৰি ফুৰিছে। শিক্ষা দীক্ষা নোহোৱা শ্ৰেণী-টোৱে হয় দেহ বিক্ৰী কৰিছে নহয় ভিক্ষা কৰিছে। কুমাৰী দেহৰ মূল্য নিৰূপণ বিয়াত বাহিৰে আনেৰে কৰিব নোৱাৰি কিন্তু আজিৰ সমাজত কুমাৰীৰ কৌমাৰ্য্যৰ মূল্য টকাই নিৰূপণ কৰে। কলেজ হোষ্টেলৰ গাভৰু ছোৱালীয়ে ঘৰৰ পৰা নিয়মিত টকা নাপাই ধনিক শ্ৰেণীৰ বিলাসৰ পণ্য দ্ৰব্য হয়। বিশ্ববিদ্যালয়ৰ গাভৰু ছোৱালীয়ে সস্তীয়া বেশ্যাৰ দৰে সভ্যতাৰ বক্তৃতা দি ৰাতিৰ এন্ধাৰত দেহ দান কৰে। এই সকলো গাভৰুৱে কেৱল আত্ম পৰিতৃপ্তিৰ বাবে যে এনে কৰে তেনে নহয়—অভাৱ অনাটন বহুতৰে মুখ্য কথা। যৌৱনৰ

বাসনাক দমন কৰিব মোৱাৰি পথ এৰি অন্য পথ লোৱা গাভৰুৰ সংখ্যা সৰহ নহয়—কম ।

বহু গাভৰুৰ যৌৱনত মই আঁকি দিছো কলঙ্কৰ ছবি । নাৰী-দেহৰ লোভ মোৰ নাছিল । অথচ তাইহঁতে মোৰ ওচৰলৈ কৰুণা বিচাৰি আহে । মই দয়া নকৰিলে হেনো তাইহঁতৰ অন্য পথ নাই । মোৰ পৰা তাইহঁতে লোৱা কেইটামান টকাৰ বিনিময়ত বহুমূলীয়া সঞ্চিত বস্তু দিবলৈ কুণ্ঠা বোধ নকৰে । প্ৰথমতে মোৰ সংকোচ বোধৰ সৃষ্টি হৈছিল । পিছত ভাবিলো—মই তাইহঁতৰ দেহৰ আস্বাদ নললেও আন পুৰুষে লব । কেইটামান টকাৰ কাৰণে তাইহঁতে দেহ দিব আহিছে যেতিয়া সেই টকা যাৰ ওচৰত পাব তেওঁলোককেই সন্তুষ্ট কৰিব । দ্বিতীয়তে এয়াটো বাস্তৱ । পুৰুষক সন্তুষ্ট কৰাটোৱেটো নাৰীৰ ধৰ্ম । গাভৰুৰ যৌৱন পুৰুষৰ সন্তুষ্টিৰ কাৰণেইটো ।

কাৰ্য্যবাহী অভিযন্তা হোৱাৰ পিছত মোৰ ওচৰলৈ বহুতজনী গাভৰু আহিল । বহুতকে চাকৰি লাগে । যি ছোৱালী ঘৰৰ চাৰি বেৰৰ মাজত থাকিব লাগে, যাৰ মুখ চন্দ্ৰ সূৰ্য্যৰ পোহৰে দেখিব নালাগে সেই গাভৰু ছোৱালীবিলাকে চাকৰি বিচাৰি অহাৰ একমাত্ৰ কাৰণ অৰ্থনৈতিক অনাটন । এই অনাটনে তাইহঁতৰ সাতপুৰুষীয়া ধৰ্মৰ বান্ধ চিগি পেলাবলৈ বাধ্য কৰাইছে । উপবাসে থকাটো একো ধৰ্মৰ কথা নহয় । সতী-সাধ্বীহে জীয়াই থাকিব লাগিলে তাৰ উপজীব্য লাগিব । সাধাৰণভাৱে খাই লৈ জীয়াই থকাৰ সামৰ্থ যেতিয়া হেৰাই যায় তেতিয়া ধৰ্মৰ নিয়মবিলাক সময়ে পৰিবৰ্তন কৰি দিয়ে । আজিৰ যুগ সেই পৰিবৰ্তনৰ যুগ । মোৰ ছোৱালীৰ বয়সৰ বহুতজনী গাভৰুৱে যেতিয়া অঙ্কশায়িনী হয় তেতিয়া বাৰে বাৰে নিজৰ ছোৱালীলৈ মনত পৰে । মই যথেষ্ট টকা উপাৰ্জন নকৰিলে হয়তো তাইৰো একে অৱস্থাই হ'লহেঁতেন । আজি দেশত প্ৰত্যেকে স্বাৱলম্বী হবলৈ বিচাৰিছে । অৰ্থনৈতিক হেঁচাত চেপেতা খোৱাবিলাকে ধৰ্ম-কৰ্ম সকলো পাহৰি অধৰ্ম আৰু অপকৰ্মকেই সত্য মানি লৈছে । এই সকলো বুজি পোৱাৰ পিছত মই আদৰ্শবাদী হব নোৱাৰো ।

আদর্শবাদীৰ কোনোকালে সুখ নাই। মোৰ চাকৰিৰ উপাৰ্জনৰ সময়চোৱাৰ হয়তো মই সুন্দৰভাৱে চলি যাব পাৰিম। মোৰ জীৱিত কালছোৱাত হয়তো মোৰ পৰিয়ালটোৱে হাঁহি মাতি চলি যাব। কিন্তু মোৰ অবৰ্তমানত ? মোৰ চাকৰিটো যোৱাৰ পিছত ? মানুহৰ জীৱনলৈ সদায় সুযোগ নাহে। সেয়ে প্ৰথমতেই আহি পোৱা সুযোগবোৰ এৰি দিয়াৰ নাম মূৰ্খামি। টকাই আজিৰ যুগত যাদু খেলিছে। টকাৰ যাদুৰে সোণ বুলি পৰিচয় দিয়া মানুহ টকাহীন হ'লে সীহত পৰিণত হয়। সেয়ে মোক টকা লাগে। টকা উপাৰ্জন কৰাৰ কাৰণেই মই ইঞ্জিনিয়াৰিং পঢ়িছিলো। বহু হাজাৰ টকা আৰু সময় নষ্ট কৰি জীৱন প্ৰতিষ্ঠা কৰিছো। ব্যক্তিগত জীৱনৰ অভি-জ্ঞতাই কৈছে, ঃ মানুহৰ প্ৰগতি টকাই নিৰূপণ কৰে। টকা মানুহৰ হৃদয়ৰ স্পন্দন স্বৰূপ। সত্য, নিষ্ঠা, নৈতিকতা এইবোৰ দূৰৰ বতৰা, এনেহুৱা মানুহৰ ভাবৰহে বিলাস। বাস্তৱ বিলাস কৰিব লাগিলে টকাৰ আৱশ্যক। এই জন্মৰ সিপাৰে একো নাই। জীৱনটোক উপভোগ কৰিব লাগে। শীৰ্ষ বিন্দু পোৱাৰ কাৰণে ভাগ্য নামৰ কাল্পনিক বস্তুটো সত্য নহয়—সুবিধাৰ ৰবপীৰাত বহিব লাগিলে টকা নামৰ বাস্তৱ পদাৰ্থটোৰহে প্ৰয়োজন। সেয়ে মোক টকা লাগে। অকল মোৰ বাবেই নহয়—মোৰ পৰবৰ্তী চামৰ বাবেও। পৃথিৱীখনত আদৰ্শবাদ আৰু নৈতিকতাক দোহাৰি চকুপানী টুকাৰ দুৰ্বলতা মোৰ নাই। কৰ্মই ধৰ্ম। এয়া আদৰ্শবাদী অৰিন্দমৰ দৃঢ় বিশ্বাস। জীৱনক উপভোগ কৰিবলৈ আমি কৰ্ম কৰিম। সুখৰ কাৰণে ধন ঘটা আমাৰ কৰ্ম। কৰ্মৰ মাজেৰে ধৰ্ম বুলিলে মই ইয়াকেই বুজো। অৰিন্দম জ্ঞানী কিন্তু ভাববাদত বিশ্বাসী। বাস্তৱে কি কৈছে তালৈকে চকু নিদি আবহমান কালতে মনিষীসকলে কোৱা সত্যটোক সত্য বুলি ভাবি আহিছে। সেই সত্য কথাৰ বিজ্ঞান সম্মত মূল্য কিমান তাক অৰিন্দমে নাভাবিব পাৰে কিন্তু মই ভুল কৰিম কিয় ?

যুগৰ পুৰুষ আজি পৃথিৱীৰ এটা কোনতেই সীমাবদ্ধ হৈ থকা নাই। গোটেই বিশ্বৰ চুকে কোনে আজি বিশ্ব-সভ্যতাৰ উখল মাখলৰ সৃষ্টি হৈছে। বিশ্ব কৃষ্টি, বিশ্বসভ্যতা আৰু বিশ্বসংহতিৰ বাটত

ভ্ৰমিব লাগিলে চাৰিসীমা পাৰহৈ মনটো বিশ্বজনীনভাৱে গঢ়ি তুলিব লাগিব। নীতিবাগীশ আৰু আদৰ্শবাদীৰ মন সংকীৰ্ণতাৰে ভৰা। মনৰ সংকীৰ্ণ দৃষ্টিয়ে তেওঁলোকক বহল হবলৈ নিদিয়ে। সংকীৰ্ণ মন বহু সময়ত হয় পৰশ্ৰীকাতৰ। পৰশ্ৰীকাতৰৰ প্ৰগতিৰ দৃষ্টি নিজৰ ভিতৰত বাহিৰৰ পিনে সহৃদয় হব নোৱাৰে।

মই বীৰভূমিৰ সন্তান।

অৰিন্দমৰ দৰে বীৰভূমিকেই মহাবিশ্ব বুলি ভুল নকৰো। পৃথিৱীখন বীৰভূমি নহয়। বীৰভূমিতকৈ পৃথিৱীখন বহুত ডাঙৰ। নিজৰ গাঁৱত কিবাকিবি প্ৰতিষ্ঠা কৰি তাৰ গৌৰৱত অৰিন্দমহঁতে গৌৰৱ কৰিব বিচাৰে। অথচ বীৰভূমিৰ বাহিৰত গৌৰৱৰ আহিলা বহুতো আছে। সংকোচবিহীনভাৱে সেইবোৰ ব্যৱহাৰ কৰিলেহে আমি আগবাঢ়ি যাব পাৰিম। পৃথিৱীখনকেই বীৰভূমি বুলি ভবাৰ যুক্তি অৰবিন্দহঁতে কিয় নেদেখে মই বুজি নাপাওঁ। এডাল মমবাতিৰ নিচিনা জ্বলি থাকিব নোৱাৰে। এজন যুৱকে কেৱল এজনী গাভৰুকে চিৰদিন ভালপাব নোৱাৰে। এখন গাঁও আৰু এটা ঘৰকেই চিৰদিন ভালপাব নোৱাৰে। যিহেতু ভালপোৱাটো আবেগ অনুভূতিৰহে সৃষ্টি। ই বস্তু নহয় যে যতেই থোৱা যাব তাতেই চিৰকাল থাকিব। পৰিস্থিতি আৰু সময়ৰ লগে লগে মনৰ পৰিবৰ্তন হয়। ভালপোৱাৰো পৰিবৰ্তন ঘটে। অৰিন্দমে বীৰভূমিক কিমান ভালপায় নাজানো কিন্তু এদিন সেইখন গাঁৱক মযো কম ভালপোৱা নাছিলো। বীৰভূমিৰ আম, কঠাল, জামুৰ লগত শৈশৱৰ যি সম্পৰ্ক তাক পাহৰা সহজ কথা নহয়। কিন্তু সেই জামুৰ স্মৃতিৰ জুমুঠিতে বৈ চিৰদিন বীৰভূমিৰ ভিতৰতে সীমবদ্ধ হোৱাৰ কোনো যুক্তি নাই। যদি তাকে কৰিবলৈ যোৱা যায় তেতিয়া যুৱক হৈয়ো সন্ন্যাসী হব লাগিব। পঞ্চাশ বছৰ বয়সতো মই বয়সৰ ভাগৰ অনুভৱ কৰা নাই। কলেজীয়া যুৱকৰ দৰে মোৰ দেহত যৌৱনৰ উন্মাদনা আৰু বাসনাৰ পয়োভৰ। কিন্তু ত্ৰিশৰ ভেওনা পাৰ নোহোৱা অৰিন্দমে গাঁৱৰ চাৰিসীমাৰ মাজতে বাৰ্দ্ধক্যক মাতি আনিলে। যি আদৰ্শ যুৱকক বৃদ্ধ সজায় সেই আদৰ্শৰ অনুগামীসকল বাতুল।

আজি জ্ঞানী গুণী হ'লেও অৰিন্দমক মোৰ বাতুল বাতুল যেন লাগিছে ।

আৰু এজন বাতুল—অবিনাশ ।

তুলিকা আৰু কেনভাচ লৈয়ে ব্যস্ত । সৰু ল'ৰা-ছোৱালীয়ে ছবি চাই ভাল পায়। ছবি অবোধ শিশুৰ সান্ত্বনাৰ বস্তু । এই ছবিৰ নামত পাগল হোৱা অবিনাশ জনক বাতুল বুলি কোনে নকব ? শিল্পীৰ মূল্য বিজ্ঞানৰ যুগত ক'ত ? তেওঁৰ সমগ্ৰ জীৱনৰ সৃষ্টিক মাত্ৰ কেইটামান টকাৰে কিনিব পাৰি দেখোন । পৃথিৱীখনত তেওঁলোকে জন্ম গ্ৰহণ কৰিছে কিয় ? ভালদৰে খাবলৈ তেওঁলোকে খাদ্য নাপায়। বৰষুণ বতৰত কেনভাচৰ ছবি তেওঁলোকৰ উৰলি যায় । পঁজাঘৰৰ চালেৰে বৰষুণৰ পানী প্ৰৰি সকলো নষ্ট হয়। নিমতমভাৱে জীয়াই থাকিবলৈ যাৰ ঘৰ নাই, খাবলৈ খাদ্য নাই সেইসকলে শিল্পীৰ নামত জীৱনৰ কি পাব বিচাৰিছে ? আজিৰ সমাজত কাপুৰুষৰ স্থান নাই । বীৰভূমিৰ বীৰপুত্ৰ অবিনাশ বা অৰিন্দম নহয় বিকাশহে । কাৰণ কেইহাজাৰ-মান টকা দিলে মই যিকোনো অনুষ্ঠানৰ এজন বিষয়ববীয়া হ'ব পাৰো । কলা-কৃষ্টি সকলো মোৰ পৰিচালনাত কৰিব পাৰো । বুদ্ধিজীৱিয়ে পোৱা সকলো প্ৰমূল্য টকাৰে কিনিব পৰা অৱস্থাত যাৰ টকা আছে তেওঁৰ নিৰ্দেশহে সমাজে শুনিব । এনেকুৱা অৱস্থাত অবিনাশহঁত মৰে কিয় ? অৰিন্দমহঁত মৰে কিয় ? এয়া তেওঁলোকৰ অজ্ঞতাৰ দোষ নে স্বপ্নৰ মোহজাল ? মই একো বুজি নাপাওঁ । মাত্ৰ বুজি পাওঁ এয়া বুৰ্বকামী । বুৰ্বকৰ বাহিৰে এনেদৰে যৌৱনক বিফলে কোনেও যাব নিদিয়ে ।

অবিনাশৰ তালৈ তমসা আহে ।

অৰিন্দমৰ তালৈ তমসা আহে ।

তমসাৰ মনত অবিনাশ আৰু অৰিন্দম বৰ ভাল মানুহ । বীৰভূমিৰ সংকীৰ্ণতাক লৈ আজীৱন জীয়াই থাকিব খোজা তমসাৰ মনত অবিনাশ আৰু অৰিন্দম ভালমানুহ নহৈ নোৱাৰে । কিন্তু এই ভাল ছোৱালীজনীও ইহঁতৰ লগত থাকি বৈৰাগী হ'ল। সংসাৰৰ প্ৰতি বিৰাগ, জীৱনৰ

ওপৰত বিৰাগ, নতুন প্ৰগতিৰ ওপৰত বিৰাগ। অথচ তমসাৰ বুকুত যৌৱনৰ জ্বলা জুই। চকুত হেজাৰ ঈভৰ আকৰ্ষণীয়া শক্তি। তাইৰ চকুৰ কামনাবলিয়া আকৰ্ষণে এদিন মোক বলিয়া কৰিছিল। স্কট চাহাবৰ লগত পৰামৰ্শ কৰি ত্ৰিশঙ্কুৰ সহায়ত এদিন অকলে মোৰ জীপত তুলি চৰকাৰী পৰিদৰ্শন ভৱন ওলালো। সাধাৰণতে পুৰুষৰ ধৰ্ষণ কাৰ্য্যত গাভৰুৰ গালমুখ ৰঙা-চিঙা পৰে। চকুত চকুপানী ওলায়। কিন্তু তমসাৰ ক্ষেত্ৰত এইবোৰ একোৱেই দেখা পোৱা নাছিলো। দেখিছিলো অন্য এটাহে। মোৰ অপহৰণ কাৰ্য্যত তমসাই কেৱল হাঁহিছিল। হাঁহি হাঁহি কৈছিল—

ঃ বস্তুবাদত প্ৰগাঢ় বিশ্বাস আছে বাবে আপুনি মোক বস্তু বুলি ভাবিছে। কিন্তু জানে মই বস্তু নহয়—নৈতিক আৰু আদৰ্শৰ সত্তাহে। আপোনাৰ কাৰ্য্যত মই লজ্জিত হৈছো।

কামনাৰ উৎসাহত মোৰ চেঁচা পানী পৰিল। মই দমি গলো। স্কট চাহাবে মোক ইঙ্গিত দিছিল তমসাৰ ওপৰত বলৎকাৰ কৰিবলৈ। কিন্তু মই নোৱাৰিলো। বহুজনী কুমাৰীৰ কৌমাৰ্য্যত বহু ধৰণৰ স্বাক্ষৰ এৰাৰ পিছতো মই তমসাৰ ওচৰত অতিকৈ দুৰ্বল হৈ পৰিছিলো। তমসাৰ চকুত মই যি অপূৰ্ব জ্যোতি দেখিছিলো সেই জ্যোতি মই কোনো গাভৰুৰ চকুতে দেখা নাই। চৰকাৰী পৰিদৰ্শন ভৱনত বহি অপৰাধীৰ দৰে মই মাটিৰ পিনে চাই আছিলো। মোৰ নিষ্ক্ৰিয়তাত স্কট চাহাব বিৰক্ত হৈছিল। মোৰ কাৰ্য্যটো স্কট চাহাবে কৰিব নেকি তাৰ অনুমতি তেওঁৰ চকুদুটাই বিচাৰিছিল। বন্ধু স্কট চাহাবৰ চকু দুটা সিদিনা মোৰ বনৰীয়া জন্তুৰ চকু যেন লাগিছিল। বীৰভূমিৰ একমাত্ৰ পবিত্ৰ ছোৱালী তমসাৰ নাৰীত্বৰ অপমান কৰিবলৈ মই স্কট চাহাবক আগ-বঢ়াই দিব নোৱাৰিলো। স্কট চাহাব মোৰ ওপৰত বিৰক্ত হৈ পৰিছিল। মোক আৰু তমসাক তাতে এৰি আঁতৰি গৈছিল। অথচ তমসাৰ কাষৰ পৰা উঠি অহা শক্তি মই হেৰুৱাই পেলাইছিলো। পুনৰ জীপত তুলি তমসাক থৈ অহাৰ সাহসো মোৰ নাছিল। স্বাভাৱিক কণ্ঠস্বৰত তমসাই কৈছিল—

ঃ আহক ইঞ্জিনিয়াৰ চাহাব। ইয়াত বহি থকাৰ কোনো আৱশ্যক নাই। ঘৰলৈ যাওঁ। আপুনি কৰবাত যাব নেকি ?

তমসাৰ ওচৰত ক্ষমা ভিক্ষা কৰিম নেকি এবাৰ ভাবি চাইছিলো। অন্তৰে নতজানু হৈ পৰিলেও বাহিৰত মই সেইটো দেখুৱাব নোৱাৰিলো। মোৰ পিনে তমসাই চোৱা নাছিল। আকাশখনৰ পৰা উদাস দৃষ্টিত চাই নিজকে কৈছিল—

ঃ স্কট চাহাব বিদেশী কিন্তু আপুনি বীৰভূমিৰ সন্তান। বীৰ-ভূমিৰ মা-ভনীৰ সন্মান স্কট চাহাবে দিব নজনাটোৱে স্বাভাৱিক। কিন্তু বীৰভূমিৰ সন্তানে নিজৰ মা-ভনীক বিদেশীৰ সন্মুখত লাঞ্চনা দিয়া উচিত নহয়। নাৰীৰ মৰ্য্যাদা ৰক্ষা কৰিবলৈকেহে পুৰুষক শক্তিশালী কৰিছে—ধৰ্ষণ কৰাৰ কাৰণে নহয়। মনত বৰ আঘাত লাগিছে, মোৰ বীৰভূমিৰ উচ্চ পৰ্য্যায়ৰ সন্তানেও আজি দানবৰ ৰূপ লৈছে। দেৱত্বা বুলি ভবা বীৰভূমিৰ সন্তানে আজি পশুত্বৰ ধৰ্ম লৈছে। কাক অভিযোগ কৰিম ? কোনে বুজিব মোৰ হৃদয়ৰ কথা ? দেহৰ বতৰা লোৱা পুৰুষ বহুত পোৱা যায় কিন্তু মনৰ বতৰা জানিবলৈ কোনে বিচাৰে ?

তমসাৰ উদাস চাৱনি আৰু বেদনামিহলি কণ্ঠস্বৰ শুনি সিদিনা মোৰ কান্দি দিবলৈ মন গৈছিল। গাভৰু তমসাৰ অন্তৰৰ কথা পবিত্ৰ-তাৰ পোহৰে মোৰ অন্তৰৰ কথা- হেজাৰ বছৰৰ সঞ্চিত নগ্নতাক যেন তাচিল্য কৰিছে। ভাবত মই তন্ময় হৈ পৰিছিলো। মোৰ কাষৰ পৰা তমসা আঁতৰি গৈছিল। জড় পদাৰ্থৰ দৰে মই তাতেই বৈ আছিলো। মনৰ পৰা চিৰদিনৰ কাৰণে আঁতৰি গৈছিল গাভৰু দেহৰ আকৰ্ষণ। তমসাক দেখিলেই মোৰ ভয় লাগে। শ্ৰদ্ধা মিহলি ভয়। অথচ ত্ৰিশঙ্কুৱে এইজনী তমসাকেই ৰাতিৰ এন্ধাৰত আক্ৰমণ কৰিছিল। তাৰ বন্য-ক্ষুধা পূৰণ কৰিবলৈ পাৰিছিল নে নাই নাজানো কিন্তু তমসাৰ ওপৰত সি চলাইছিল জোৰ আক্ৰমণ। তাৰ আক্ৰমণৰ ৰাতিৰি পোৱাৰ পিছতহে মই সিদিনা জীপত তুলি নিয়াৰ সাহস গোটাই-ছিলো। স্কট চাহাবৰ দৰে সিংহ পুৰুষ এজন মোৰ লগত থকা

সত্ত্বেও দ্বিজনী তমসাই মোক ভেৰা সজাই দিলে এজন সাধাৰণ দালাল ত্ৰিশঙ্কুৰে তমসাৰ চৰিত্ৰত টেঁকা দিব কোনোমতে নোৱাৰে। কিন্তু তমসাই এই চাৰিত্ৰিক শক্তি ক'ত পালে? গাভৰু বয়সে তাইৰ জীৱনলৈ উন্মাদনা আনিব পৰা নাই। এই নোৱাৰাৰ কাৰণ ক'ত? ইমান অত্যাচাৰ ইমান কণ্টৰ পিছতো মুখত সদায় চিৰপ্ৰফুল্ল হাঁহিটো কেনেকৈ ৰাখিব পাৰিছে? পুৰুষৰ বন্য চৰিত্ৰক কুটাবুলি ভাবিব পৰা গাভৰু জগতত কিমানজনী আছে নাজানো, মই কেৱল তমসাকহে দেখা পাইছো ।

ঃ তমসা—তোমাক নমস্কাৰ। কাচ বুলি তোমাক ডাষ্টবিনলৈ টানি আনিছিলো সঁচা কিন্তু ওচৰত চাই দেখিলো তুমি ভগ্ন কাচৰ টুকুৰা নহয় ভগ্ন অৱস্থাত থকা বহুমূল্যবান প্ৰৱাল। তোমাৰ স্থান আচলতে বীৰভূমিতো নহয়। তোমাৰ মূল্যাঙ্কণ আমি সাধাৰণ মানুহে কৰিব নাজানো। তোমাৰ মৰ্য্যাদা আমি দিব নোৱাৰো। তোমাৰ দৃষ্টি আকশৰ নীলাত আবদ্ধ। তোমাৰ মন হিমালয়ৰ শেষ চূড়াৰ সিপাৰে। মোৰ অজ্ঞতাৰ দোষৰ কাৰণে তুমি মোক ক্ষমা কৰি দিবা ।

তমসাৰ কথা মই আজিকালি নাভাবো। কামৰ ব্যস্ততাই জগতৰ অন্য কথা ভবাৰ পৰা প্ৰায়ে বিৰত ৰাখে। আগৰ দৰে টকাৰ প্ৰতিও মোৰ আকৰ্ষণ নাই। মনটো লাহে লাহে দৰ্শন মুখী হৈছে। বয়সৰ শেষৰপিনে সকলো মানুহৰে মন দৰ্শনমুখী হয় নেকি? ক্লাবত সোমাই মদ, মাংস আৰু নাৰীৰ সংস্পৰ্শত গঢ়ি উঠা জীৱনটোৱে আজিকালি সেইবিলাকত আমনিহে পায়। গাড়ীখন নহ'লে মই ক'লৈকো যাব নোৱাৰিছিলো অথচ এতিয়া সময় পালে অলপ খোজকাঢ়িহে ভাল লাগে। তথাপি মোৰ হাতলৈ দৰমহাৰ উপৰিও বিভিন্ন শাখাৰ পৰা বিভিন্ন টকা আহি আছে। কৰপৰা কিয় আহে মই নাজানো। হয়তো এইটো বিভাগলৈ আহি থকাটো নিয়ম কাৰণেই টকা আহে। টকাৰ লগত অহৰহ থাকিব লাগে বাবেই নেকি মানুহৰ হৃদয়ৰ সূক্ষ্মকথাবিলাক ইয়াত বিশ্লেষণ কৰা নহয়। সময় পোৱা নাযায়। মনঃতত্ত্ব ইয়াত হাঁহি উঠা কথা। চাকৰি জীৱনত নিষ্ঠুৰতাই মোক অন্য এজন মানুহ কৰিলে। কিন্তু তমসাৰ প্ৰত্যাখানেহে মোক নতুন জন্ম দিলে।

ঃ তমসা, তুমি যিমান দিন থাকিবা হয়তো সিমানদিনলৈ বীৰভূমিৰ সন্মান অক্ষুণ্ণ থাকিব। তোমাৰ বৰ্তমানত বীৰভূমিৰ মৰ্য্যাদা কিজানি কোনেও নষ্ট কৰিব নোৱাৰিব।

এদিন মই বিশ্বসভ্যতাৰ সপোন দেখিছিলো। বিশ্ব সংস্কৃতিক মই বীৰভূমিৰ মাজতো স্থান দিব বিচাৰিছিলো। পৃথিৱীৰ বিভিন্ন দেশৰ নিয়ম-কানুন সুকীয়া। এখন দেশৰ লাজ লগা কথাবিলাক আন এখন দেশত লাজ লগা নহবও পাৰে। এইটো মন আৰু সামাজিক পৰিবেশৰ ওপৰত নিৰ্ভৰ কৰে। কিন্তু টকাই আনি দিয়া গৰ্ব আৰু পশ্চিমীয়া মুক্ত জীৱনৰ আদৰ্শৰে বীৰভূমিৰ বহুত গাভৰুৰ মই সৰ্বনাশ কৰিছো। সেই গাভৰুকেইজনীৰ জীৱনৰ দাম মই জানো কাহানিবা দিব পাৰিম? কৌমাৰ্য্য হৰণৰ জানো কিবা ক্ষতিপূৰণ আছে? মোৰ পাপৰ কাৰণে মোৰ ঔৰসজাত সন্তানসকল নষ্ট নাপায়তো?

যৌৱনত দেখা বস্তুবাদৰ সপোন আজি মোৰ নাই। বিজ্ঞানৰ কেইবছৰমান ছাত্ৰ হৈ বহুত যুৱকে ভবাৰ দৰে ময়ো বৈজ্ঞানিক বুলিয়েই ভাবিছিলো। আজি কিন্তু সেইবোৰ ভাব একো নাই। নৈতিক দিশত চেঁকা থাকিলে অন্তৰ অশুচি হয়। অশুচি অন্তৰে আদৰ্শৰ সপোন দেখিব পাৰে কিন্তু বাস্তৱত ৰূপায়িত কৰিব নোৱাৰে।

ঃ তমসা তোমাৰ আদৰ্শৰ বাওঁৰে মোক জীৱন উপলব্ধি কৰাত সহায় কৰা। অনুতাপৰ জুই শিখাই পুৰিলে পশুত্বৰ ঠাইত হেনো দেৱত্ব পায়। মোক দেৱত্ব নালাগে মাত্ৰ মনুষ্যত্ব বিশ্লেষণ কৰাত তুমি অন্ততঃ সহায় কৰা।

## সদানন্দ ঃ

[ আমাক চাতুৰী নালাগে, লাগে সু-বিবেচনা, বুদ্ধিৰ শিক্ষা নালাগে, লাগে আত্মাৰ পবিত্ৰতা আৰু লাগে সত্যৰ প্ৰকৃতিৰ লগত পৰিচয়ৰ ঘনিষ্ঠতা আৰু সেই আদৰ্শত যাপন কৰা জীৱন ।

—ৰাধাকৃষ্ণন ]

তমসা আইদেউৰ কথা মই একো বুজি নাপাওঁ । মোক দেখা পালেই তমসাই মোৰ ভৰি দুখনত খামোচ মাৰি ধৰি সেৱা জনায় । আশীৰ্বাদ লয় । মই নাথাকিলে তমসাৰ বীৰভূমিত থাকিবলৈ হেনো বৰ ভয় লাগে । মোৰ বোকাময় ভৰি, দুখৰ জীৱন, অশুৱনি দেহ—একোৱেই প্ৰতি লক্ষ্য নাৰাখি তমসাৰ দৰে ছোৱালীজনীয়ে যেতিয়া শ্ৰদ্ধাত তদ্‌গত হৈ পৰে তেতিয়া মোৰ কেনেবা কেনেবা লাগে । অথচ ইঞ্জিনীয়াৰ চাহাব বিকাশ, হাইস্কুলৰ চেক্ৰেটাৰী ত্ৰিশঙ্কু আদি ডাঙৰ মানুহবিলাককো তাই অকণো ভয় নকৰে । তমসা আই-দেউজনীক মই নুবুজো । মোক পিতৃবৎ শ্ৰদ্ধা কৰে । খেতিয়ক ভাইসকলৰ খবৰ লয় । বানপানীয়ে খেতি নষ্ট কৰিলে বেচেৰীৰ চকুযুৰি চল্‌চলীয়া হৈ পৰে । খৰাং বতৰত আকাশৰ পিনে চাই থাকে । আকাশত থকা মেঘে কেতিয়া বৰষুণ দিয়ে তাৰে অপেক্ষা কৰে ।

মই এজন সাধাৰণ খেতিয়ক ।

খেতিয়ক শ্ৰেণীটো নাথাকিলে বীৰভূমিৰ পুলিপথাই হেনো নাথাকিব। বীৰভূমিৰ পৰা বাহিৰত চাকৰি কৰিবলৈ গৈ যিসকল ভদ্ৰ মানুহে বৰ বৰ কথা কয় সেইসকলৰ ৰাজহাড়ৰ শক্তি আমি খেতিয়কসকলে দিছো। কৃষকক কোনোবাই শ্ৰদ্ধাৰ চকুৰে চায় নে নাচায় নাজানো। তমসা আইদেউৰে কিন্তু ভৰিত লুতি খাই পৰে। মই আচৰিত হওঁ।

মোৰ সন্তান অবিনাশ।

সঙ্কৰে পৰা কিবা ভাবত ভাবি থকা অবিনাশক মই ডাক্তৰী পঢ়ুৱাম বুলি ভাবিছিলো। হাইস্কুলৰ শেষ ডেওনাখন প্ৰথম বিভাগত উত্তীৰ্ণ হোৱা দেখি তাক কটন কলেজত নাম লগাই দিলো। সকলোৱে দেখোন কয়—অসমৰ বিভিন্ন ঠাইৰ বুদ্ধিমান ল'ৰাই তাত হেনো প্ৰতিযোগিতা চলায়। বেয়া ল'ৰায়ো হেনো তাত ভাল হৈ যায়। মোৰ অবিনাশ ভাল ল'ৰা যেতিয়া আৰু বেছি ভাল হব। এইবোৰ ভাবি কটন ছাত্ৰাবাসত থাকি পঢ়িব দিলো। প্ৰাক্‌বিশ্ববিদ্যালয় শ্ৰেণীটো প্ৰথম বিভাগ পোৱাত তাতকৈ মোৰহে উৎসাহ বেছি হ'ল। অবিনাশে সিদিনাই এজন ডাক্তৰ হোৱা যেন লাগিল। হাঁহি হাঁহি তমসাই মোক উৎসাহ দিছিল। জোক আৰু মহৰ কামোৰত মোৰ দেহত তেজ নোহোৱা হৈছিল। ৰদৰ ভীষণ উত্তাপত মই কলা-ৰঙা পৰিছিলো। মোৰ ল'ৰাক ডাক্তৰ কৰিম যেতিয়া এই দুখ-কণ্টক মই খাতিৰ কৰা নাছিলো। মোৰ ল'ৰা ডাক্তৰ হ'লে অন্ততঃ বীৰ-ভূমিৰ মানুহে ৰোগৰ কষ্ট নাপাব। সেয়ে পথাৰত প্ৰচুৰ শস্য উৎপাদন কৰিবলৈ দেহে কেহে লাগিছিলো।

শস্য উৎপাদন হৈছিল।

কিন্তু সেইবোৰ মোৰ ভঁৰালত ৰাখিব নোৱাৰিলো। চৰকাৰী ভঁৰাললৈ লৈ গ'ল। দেশৰ হেজাৰ হেজাৰ ভোকাতুৰ মানুহক ভাত দিব লাগিলে আৱশ্যকতকৈ বেছি ধান মই ৰাখিব নোৱাৰো। খোৱাৰ বাবে যিখিনিৰ প্ৰয়োজন সেইখিনি থৈ বাকীবোৰ চৰকাৰী ভঁৰাললৈ নিয়াত মোৰ বেয়া লগা নাছিল। মোৰ উৎপাদিত শস্যেৰে অকণমান

সহায় কৰিব পৰাৰ কাৰণে মনত আনন্দ লাগিল। কিন্তু সেই আনন্দ স্থায়ী নহ'ল। অবিনাশ যেতিয়া মেলিকেল কলেজৰ ছাত্র হ'ল তেতিয়া বীৰভূমিত দেখা দিলে প্রলয়ৰূপী বানপানী। সকলো বস্তুৰ দাম বাঢ়িল। খোৱাত বাহিৰে বাহি তেতিয়া মোৰ নাছিল, ইচ্ছা থকা সত্ত্বেও মই কোনোজনকে সহায় কৰিব নোৱাৰাত পৰিলো। অবিনাশৰ বাবে টকা পঠিয়াব নোৱাৰো, বজাৰত কাপোৰ কিনিব নোৱাৰো। মোৰ ধানখিনি চৰকাৰে কম দামতে নিলে সঁচা কিন্তু মোক লগা কোনো বস্তুৱেই মই কম দামত নোপোৱাত পৰিলো। এটা ভাগৰ অমিল লক্ষ্য কৰি মই হতাশ হৈ পৰিলো। মাজে মাজে, চৰকাৰৰ ওপৰতো খং উঠে। আমাক সাধাৰণ খেতিয়ক বুলি, সহজ সৰল গাঁৱলীয়া ভাবি চৰকাৰে বাক্ষ সকলো ঠগাই লৈ গ'ল নেকি? দেশৰ ৰক্ষক চৰকাৰেনো সাধাৰণ গাঁওবাসীক ঠগায়নে?

তমসা আহিছিল।

মোক সান্ত্বনা দিছিল। বিপদত ধৈৰ্য্য ধৰাৰ কথা কৈছিল। দেশৰ দুৰ্য্যোগৰ পিনে চাই কেনেদৰে ইয়াৰ পৰিত্ৰাণ পাব পাৰি সেই কথা ভাবিবলৈ কৈছিল। মই শান্ত হৈছিলো সঁচা কিন্তু মনটো আজিকালি আগৰ দৰে শান্ত নহয়। ৰাজনীতিৰ আমি একো নাজানো। চৰকাৰেই ৰজা। কিন্তু ৰজাৰ ভাওঁ লোৱা কিছুমান দালাল আছে হেনো। এই দালালসকলৰ পৰা সাৱধান হোৱাৰ কথা অবিনাশে মাজে সময়ে চিঠিত লিখে। নিজৰ ল'ৰাৰ কথা অবিশ্বাস কৰিবলৈ টান লাগে। সি আজিকালি কলেজত পঢ়া ল'ৰা। দেশ বিদেশৰ বহুকথা জানে। তাতে আকৌ বাপেকজনক মিছা কথা কবনে? সেয়ে ৰাজনীতিৰ ক্ষেত্ৰত বিৰাগ হৈ পৰিলো। মই খেতিয়ক মানুহ। খেতি কৰিব লাগে। শ্ৰম কৰি জীয়াই থকাটো আমাৰ ধৰ্ম। গুৰু-গোঁসাই মানি আগবাঢ়ি যোৱা আমাৰ কৰ্তব্য। বীৰভূমিত বানপানী প্ৰতি বছৰে হয়। নদীৰ মঠাউৰি বান্ধি পানী ৰাখিব কোনোদিন নোৱাৰিবই নেকি? বীৰভূমিৰ কিবা গ্ৰহৰ দোষ আছে। নাইবা ভগবানৰ কিবা অভিশাপ আছে। ভগবানৰ ওপৰত মোৰ অটল বিশ্বাস। এই বিশ্বাসটো আছে বাবেই নেকি আজিলৈকে এই বুঢ়া

বয়সতো কাম কৰি আছো। কিন্তু আজিকালিৰ এটা চাম্যে আৰো ভগবানৰ অস্তিত্ব নমনা হ'ল। পৃথিৱীৰ সকলো জীৱজন্তু হেনো কিবা 'এটম'ৰ দ্বাৰা সৃষ্টি হৈছে। কিন্তু এই 'এটম'টো সৃষ্টি কৰিলে কোনে? মানুহৰ জন্ম-মৃত্যু কিয় হয়। ডেকা-বুঢ়া কিয় হয়? গ্ৰহ উপগ্ৰহৰ সৃষ্টিকৰ্তা কোন? দিন-ৰাতিৰ ইমানবোৰ কাৰ্য্যকলাপ কৰ পৰা? সূৰ্য্যৰ পৰা হেনো সৌৰজগতৰ সৃষ্টি। কিন্তু সূৰ্য্যটো সৃষ্টি হ'ল কৰপৰা? প্ৰত্যেক কাৰ্য্যৰে হেনো কাৰণ থাকে। সূৰ্য্য সৃষ্টি কাৰ্য্যটোৰ কাৰণ কি? মহাস্ৰষ্টাৰ নাম ভগবান নিদিব পাৰে কিন্তু স্ৰষ্টাৰ অৱস্থিতি অৱজ্ঞা কৰাৰ দৰে মূঢ়তা মানুহৰ কিয় হয় মই বুজি নাপাওঁ। 'বিশ্বাসে মিলয় হৰি, তৰ্কে বহুদূৰ', বুলি মাধৱদেৱে কোৱা কথাষাৰ আনে মানি লওঁক বা নলওঁক মই মানিছো যেতিয়া ভৱিষ্যতলৈও মানি থাকিম। মহাশক্তিক চকুৰে নেদেখিব পাৰো কিন্তু সেই শক্তিৰ মহিমা আমি জীৱনৰ প্ৰতিটো মহূৰ্ততে দেখি আছো। এয়া কল্পনা নহয়—বাস্তৱ। আমি যুক্তি দিব নোৱাৰিব পাৰো সেইবুলি আমি ভবা কথাবিলাক সদায় ভাল নহয়। গীতা-ভাগৱতৰ সত্যক মই কেতিয়াও নাই কৰিব নোৱাৰো।

অবিনাশক ডাক্তৰ কৰিম বুলি ভাবিছিলো সঁচা কিন্তু নোৱাৰিলো। মেডিকেল কলেজত কেইটিমান বছৰ পঢ়ি হাতত ইনজেক্চনৰ ঠাইত তুলিকা ললে। কোনোবা এখন আৰ্টচ কলেজত চিত্ৰশিল্পীৰ প্ৰশিক্ষণ ললে। তাতো শিক্ষা শেষ নকৰাকৈ গাঁওৰ ল'ৰা অবিনাশ গাঁওলৈ আহিল। বীৰভূমিত তেতিয়া ঐক্যতা নাছিল। ইতিমধ্যে কেইটা-মান নতুন চুবুৰীৰ সৃষ্টি হৈছে আৰু কিছুমানে সবিধা পালেই সৰু সৰু ভাগত বিভক্ত হোৱাৰ সুযোগ বিচাৰি আছিল। সেই বিভাজন মুহূৰ্তত আহি অবিনাশে মোৰ ভৰি দুখনত সেৱা জনালে। চঞ্চল অবিনাশে কেইটিমান বছৰৰ ভিতৰতে গভীৰ হ'ল। তাৰ চকুৰ চাৱনি বুজিব নোৱাৰা হ'ল। কথাচহকী ল'ৰাজনে কমকৈ কথা কোৱা হ'ল।

আপুনি মোক ক্ষমা কৰিব দেউতা। ডাক্তৰ হোৱা মোৰ দ্বাৰা নহ'ল। ব্যক্তিসুখ আৰু প্ৰতিষ্ঠাৰ কাৰণে মই মেডিকেল কলেজলৈ

যোৱা নাছিলো। ভাবিছিলো ৰোগত কষ্ট পাই থকা বীৰভূমিৰ মানুহক মই সহায় কৰিম। কিন্তু কেইটামান বছৰৰ ভিতৰতেই ৰাজনীতিৰ পাক-চক্ৰত বীৰভূমিৰ সকলো মানুহেই যদি ৰোগাক্ৰান্ত হয় তেনে'হ'লে মোৰ ডাক্তৰ হোৱাৰ আকাঙ্ক্ষা মিছা হব। শৰীৰত হোৱা ৰোগক ভালকৰা ডাক্তৰ বীৰভূমিত ওলাব কিন্তু কেইজনমান দুৰাকাঙ্ক্ষীৰ দেহৰপৰা ৰাজনীতি আৰু বিভাজনৰ বেমাৰটোৱে যদি ৰসাতললৈ নিয়ে সেইখন গাঁওত ডাক্তৰ হোৱাৰ প্ৰয়োজন নাই দেউতা।

ঃ ৰাজনীতি কৰিবা ?

ঃ ছবি আঁকিম। জন সংগঠন কৰিম। জন সাধাৰণক আচল সত্য বুজাই দিব নোৱাৰিলে, প্ৰেৰণাৰ মন্ত্ৰেৰে জনগণ নিজে সংগঠিত নহ'লে নাইবা তেনেকুৱা এটা বাতাবৰণৰ সৃষ্টি কৰিব নোৱাৰিলে ৰাজনীতি কৰা সম্ভৱ নহয়। কিন্তু আমাৰ দেশত সংগঠনৰ নামত একো নকৰাকৈয়ে ডাঙৰ ডাঙৰ মন্ত্ৰী হয়। এম-এল-এ নাইবা দেশনেতা হয়। ৰাজনীতিৰ উদ্দেশ্য জনসাধাৰণক ভুৱা দিয়া নহয়। ইয়ো সত্যৰ ওপৰত প্ৰতিষ্ঠিত। ই বিজ্ঞান।

ঃ ৰাজনীতি নকৰি ছবি আঁকাৰ অৰ্থ ?

মোৰ ছবি আজিৰ সমাজে বুজি নাপাবও পাৰে। মই ছবি আঁকিম আজিৰ সমাজৰ কাৰণে, ভৱিষ্যতৰ উঠি অহা চামৰ কাৰণে, যুগে যুগে মানুহৰ কৰ্তব্য সোঁৱৰণ কৰাৰ কাৰণে। এদিন মই মৰি যাম কিন্তু মোৰ সৃষ্টি থাকিব।

অবিনাশৰ কথাবিলাক মই বুজি পোৱা নাছিলো। মোক ভালদৰে বুজাই দিয়া নাছিল। বীৰভূমিয়ে দুৰ্য্যোগৰ সময়ত শিল্পী শ্ৰেণীৰ ওচৰত হেনো ৰৰকৈ কান্দে। মাতৃভূমিৰ চকুপানী বাহিৰৰ সাধাৰণ মানুহবোৰে দেখা নাপায়। শিল্পীসকলে হৃদয়েৰে জন্মভূমিক বুজে বাবে দেখা পায়। জন্মভূমিখনেই শিল্পীৰ ঘৰ। সেয়ে শিল্পীয়ে নিজাকৈ বিলাসী প্ৰাসাদ সাজাৰ কথা নাভাবে। অবিনাশৰ এই

কথাবিলাক মোৰ বলিয়ালি যেন লাগে। বহুতে কোৱাৰ দৰে শিল্পী-সকল পাগলেই নেকি? পাগলত বাহিৰে দেশেই মোৰ ঘৰ বুলি কব পাৰেনে? দেশৰ ঘৰত তেওঁলোকক সোমাব দিবনে? সকলো ঘৰৰে ব্যক্তিগত মালিক আছে। তেওঁলোকে সোমোৱাৰ অধিকাৰ কিয় দিব? নে দেশৰ মাটিক কিবা তাত্ত্বিক অৰ্থত ঘৰ বুলি কব খুজিছে? এইবিলাক মই একো নাজানো।

ডেকা অৱস্থাত উৎসাহ আছিল। অবিনাশক ডাক্তৰ কৰাব নোৱাৰিলো বাবে আজি উৎসাহ হেৰাই গৈছে। বিজ্ঞানে বিশ্বৰ চুকে কোনে তাৰ সা-সঁজুলিৰে খেতিয়কক সহায় কৰিলেও মই একো সহায় পোৱা নাই। গৰুৰ পাছত ঘূৰি মই এতিয়াও ভাবি ভাবি মাটি চহাও। বৰ্তমানৰ ভাববিলাকে মোক উৎসাহৰ ঠাইত অমনিহে দিয়ে। তমসা আগৰ দৰে এতিয়াও মোৰ ওচৰলৈ আহে। কুথা পাতে। কিন্তু চকু মুখত আগৰ সেই উৎসাহ নাই। তমসা এতিয়া বিষাদ বদনা। কিহবাৰ চিন্তাত মন মাৰি থাকে। কেতিয়াবা সোধো বুলিও ইয়াৰ কাৰণ সোধা নাই। গাভৰু ছোৱালী এজনীৰ মন বহু কাৰণত বেয়া হব পাৰে। সুধিলেও সকলো কাৰণ প্ৰকাশ কৰিব নোৱাৰে। তথাপি সান্ত্বনা দিয়া মোৰ উচিত আছিল। কিন্তু মোৰ ঠাইত তমসাইহে মোক সান্ত্বনা দিয়াত লাগিল। বেচেৰীয়ে মোৰ মুখত চিন্তাৰ ৰেখা দেখিলেই- কৰ্মমুখী আৰু ভগবানমুখী হবলৈ কয়। গীতাৰ সাৰগৰ্ভ কথাবোৰ সলসলিয়াকৈ কৈ যায়। কৰ্মহে কৰি যাব লাগে। ফলাফলৰ মালিক ভগবানহে। কিন্তু কৰ্ম কৰি মই পালো কি? আজিৰ সমাজত বঞ্চিত শ্ৰেণীৰ ভিতৰত পৰিছে খেতিয়ক, শিল্পী-সাহিত্যিক আৰু শিক্ষকসকল। কাৰণ খেতিয়কে শ্ৰম কৰি উৎপাদিত শস্যৰে দেশবাসীক জীয়াই ৰখাৰ সপোন দেখে। নিজৰ বুকুৰ তেজ পানী কৰি আনৰ বুকুত ৰক্তবৃদ্ধি কৰে। শিল্পী সাহিত্যিকে ইহকাল পৰকালৰ বাস্তৱ ছবি আঁকি তুলিকাৰে হওঁক লিখনীৰে হওঁক সমাজক কালজয়ী কৰিব বিচাৰে। কালবিনাশী মানৱ চৰিত্ৰ সৃষ্টি কৰাৰ ঔদাৰ্য্যৰে শিল্পী সাহিত্যিকৰ মন যেতিয়া আকাশমুখী হয় তেতিয়া পৃথিৱীৰ নৰখাদকসকলে আনক নোৱাৰি

প্ৰথমতে এওঁলোকক শোষণ কৰে। আকৌ শিক্ষক? মানুহ গঢ়াৰ সপোনত ব্যস্ত হৈ নিজক শেষ কৰে। নতুন মানুহ গঢ়াৰ স্বপ্নত মগ্ন থাকোতে, ভৱিষ্যতৰ সোণালী ৰথৰ কল্পনা কৰোতে বৰ্তমানৰ নিষ্ঠুৰতাই তেওঁলোকক শেষ কৰে।

আজিৰ সমাজত নিজে ভাল উৎপন্ন কৰিও খেতিয়কে ভাল খাদ্য খাব নোৱাৰে। দেশৰ সন্তানক সুপুৰুষ কৰা বহু শিক্ষকৰে নিজৰ ল'ৰা-ছোৱালী হৈছে বিপথগামী। তুলিকাৰ ৰেখা চিত্ৰৰে দেশৰ ছবি আঁকোতে শিল্পীৰ গাত ৰঙৰ চেকা লগে। সংসাৰ পাহৰি যায়। ল'ৰা-ছোৱালী চিৰনিদ্ৰাত পৰে।

মানুহবিলাক বস্তুবাদী হ'ল। আমাৰ আদৰ্শবাদীৰ যুগৰ কিজানি সামৰণি পৰিল। ভগবানৰ ঠাই আজি বিজ্ঞানৰ যন্ত্ৰসমূহে অধিকাৰ কৰি লৈছে। যন্ত্ৰই শক্তি দেখুৱাইছে কিন্তু মহিমা দেখুৱাব পৰা নাই। ধৰ্ম গ্ৰন্থবিলাক আজিকালি ল'ৰা ছোৱালীৰ আগত কোৱা গধূলিৰ সাধুকথা হ'ল। শঙ্কৰ-মাধৱৰ কথাবিলাক ককাদেউতাৰ অবৈজ্ঞানিক কথা হ'ল। এইখন দেশত অনাচাৰ নহব কিয়? প্ৰকৃতিয়ে তাণ্ডৱ নকৰিব কিয়? বীৰভূমিত আজি বিকাশৰ মূল্য আছে— সদানন্দৰ নাই। আজি এমুঠি টকাৰ মূল্য এসোঁতা তেজতকৈ বহুত বেছি। সেয়ে অৰিন্দম দিশহাৰা। সেয়ে অবিনাশ কক্ষচ্যুত। সেয়ে সদানন্দ আজি দৰিদ্ৰ।

অথচ বিকাশ?

মোৰ দৰে হেজাৰ হেজাৰ খেতিয়কৰ উৎপাদিত ভাল খাদ্য বিকাশহঁতে খায়। তেওঁলোকে শীত-তাপ নিয়ন্ত্ৰিত বিলাসী প্ৰাসাদত থাকে। তেওঁলোকৰ ল'ৰা-ছোৱালীয়ে পাব্লিক স্কুল, কেম্ব্ৰিজ আদিত পঢ়ে। সূৰ্য্যৰ প্ৰখৰ ৰ'দত দেশৰ মাটিত তেওঁলোকে ভৰি নিদিয়ে। দামী মটৰ কাৰত ঘূৰে। ইমানবোৰ টকা তেওঁ-লোকে ক'ত পায়? ইমান টকা পোৱাৰ কাৰণে দেশবাসীৰ কি মহান কাম তেওঁলোকে কৰি আছে? মই খেতিয়ক বাবে মোৰ সন্তানে ডাক্তৰী পঢ়াৰ খৰচ নাপায়। শিল্পী হবলৈ ইচ্ছা কৰিলেও

শিক্ষা শেষ কৰিব নোৱাৰে। এপিনে উভৈনদী টকাৰ পয়োভৰ, আনপিনে অনাটন আৰু হাহাকাৰ। এই পাৰ্থক্যবোৰ আঁতৰিব কেতিয়া? আঁতৰাব কোনে? পাৰ্থক্যবোৰৰ সৃষ্টি আৰু বিকাশ কিয়? দেশৰ চিন্তাশীলবিলাকে এই ওখ-চাপৰবোৰ দেখিও নিৰবে থাকে কিয়? জনসাধাৰণে ইমান নিৰবে এইবোৰ সহি থাকিব পাৰিছে কেনেদৰে? দুৰ্নীতিৰ মূল শিপা বিচাৰি নগৈ চুলিশিপা কটাৰ উদাহৰণ দেখুৱাই জনসাধাৰণক ভেল্‌কিবাজি দেখুৱাব কিমান দিন? সকলো বুজিও মই অসহায়। মোৰ হাতত শক্তি নাই। সকলো শক্তি আজি ধনিক শ্ৰেণীৰ হাতত ন্যস্ত। সকলো সা-সুবিধাক লৈ তেওঁলোক ব্যস্ত।

বিকাশ বস্তুবাদী।

বিকাশ প্ৰতিপত্তিশালী।

অথচ বিকাশৰ ককায়েক ৰামধন? মোৰ দৰেই খেতিয়ক। যন্ত্ৰযুগৰ সভ্যতাই বীৰভূমিক আগবঢ়াই নিয়াৰ বাসনাৰে সৰু ভায়েকক খেতিৰ মাটি বিক্ৰী কৰি, বুকুৰ তেজ পানী কৰি ইঞ্জিনীয়াৰিং পঢ়ুৱাই-ছিল। ভাবিছিল পৃথিৱীৰ অন্য অন্য দেশসমূহৰ দৰে যন্ত্ৰৰ মাধ্যমত নিজৰ দেশৰ প্ৰগতি মাতি আনিব। ব্যক্তি প্ৰতিষ্ঠাৰ লগে লগে আহি পৰিব দেশীয় প্ৰতিষ্ঠা। সেয়ে দেহত কালজয়ী শক্তিৰ প্ৰেৰণাৰে খেতি-পথাৰত কাম কৰিছিল। বিকাশে যাতে পঢ়া অৱস্থাত অকণো কষ্ট নাপায় তাৰ বাবে ককায়েক ৰামধনে সকলো কষ্টকেই মূৰ পাতি লৈছিল। ভায়েকৰ মৰমৰ স্বাৰ্থত সকলো বিসৰ্জন দিয়াৰ শেষত ৰামধনে পালে কি? ইঞ্জিনীয়াৰ বিকাশে চহৰৰ আধুনিক ছোৱালী বিয়া কৰালে। ককায়েকৰ লগত পৃথক হৈ গাঁৱৰ যি মাটিবাৰী তেওঁৰ ভাগত পৰিল সেইবোৰ বিক্ৰী কৰি চহৰত ঘৰমাটি কিনিলে। পৈত্ৰিক সম্পত্তি ৰাখিব পৰাৰ জোখাৰে অৰ্থনৈতিক সামৰ্থ তেতিয়া ৰামধনৰ নাছিল। যি মাটিত খেতি কৰি ভায়েকক মানুহ গঢ়াত সহায় কৰিলে সেই মাটি অন্য মানুহৰ হ'ল। কজলা গৰু হালেৰে জহা ধানৰ খেতি কৰা মাটিকেইডৰালৈ যোৱাৰ প্ৰয়োজন ৰামধনৰ চিৰদিনৰ কাৰণে শেষ হ'ল। কোমল ধানৰ খেতি কৰা মাটিডৰাৰ

কাৰণে আজিকালি তেওঁ মোৰাৰ প্ৰয়োজন নাই। সেই মাটি বিকাশৰ ভাগত পৰিছে। বিকাশে সেই মাটি ধনী মহাজনৰ ওচৰৰ বিক্ৰী কৰিছে। মহাজনৰ চাকৰে এতিয়া তাত খেতি কৰে। তেওঁৰ দৰে কেকোঁৰা নাঙল লৈ নাযায়। ট্ৰেক্টৰ নিয়ে। পাওৱাৰ পাম্প বহুৱাইছে। বৰষুণৰ পানীক তেওঁলোকে আশা কৰি বহি নাথাকে। মাটিৰ সোমাজত পুখুৰী খান্দিছে। সেই পুখুৰীত মাছ পুহিছে। পুখুৰীৰ পৰা 'পাম্প'ৰ সহায়ত পানী যোগায়। চৰকাৰী সাৰ দিয়ে। তেওঁতকৈ ভাল খেতি কৰে। বহুত শস্য উৎপাদন হয়। আজি ৰামধনৰ 'ট্ৰেক্টৰ' কিনিবলৈ টকা নাই। পাম্পেৰে পানী যোগাব নোৱাৰে। সাৰ-ঔষধ দিব নোৱাৰে। অতীতৰ কথা ভাবি দুখৰ হুমুনিয়াহ কাঢ়ে। সেই হুমুনিয়াহৰ পিনে বিকাশে কোনোদিনে লক্ষ্য ৰখা নাই। যি সময়ত ৰামধনে যন্ত্ৰেৰে খেতি কৰাৰ কথা ভাবিছিল, বিকাশৰ চকুত তেতিয়া নতুন মডেলৰ মটৰগাড়ী কিনাৰ স্বপ্ন আছিল। যেতিয়া খেতিপথাৰত সাৰ আৰু ঔষধ দিয়াৰ কথা ভাবিছিল তেতিয়া বিকাশে ঘৈণীয়েক সহ দাৰ্জিলিঙত জিৰণি লব গৈছিল। পাঠ্যকিতাপ কিনিব নোৱাৰি ৰামধনৰ ল'ৰা-ছোৱালী যেতিয়া স্কুল এৰাৰ দৰে দুৰ্বল কথা চিন্তা কৰিছিল বিকাশে তেতিয়া নিজৰ ল'ৰা-ছোৱালীক কেম্ব্ৰিজত পঢ়োৱাৰ কথা ভাবিছিল।

বীৰভূমিৰ খেতিয়কৰ সন্তান ৰামধন আৰু অবিনাশ। এজনে বীৰ-ভূমিৰ বুকুত দুখৰ হুমুনিয়াহ কাঢ়ে, আনজনে বাহিৰত বিশ্ব সভ্যতাৰ সুখত মত্ত। ৰামধনৰ দুখৰ জীৱন, কষ্টৰ জীৱন, খেতিয়কৰ জীৱন। সমাজ ব্যৱস্থাই খেতিয়কৰ ল'ৰাক খেতিয়ক কৰিব। ইঞ্জিনীয়াৰৰ ল'ৰা ইঞ্জিনীয়াৰ হব। সৰু মানুহৰ ল'ৰা ডাঙৰ মানুহ হব নোৱাৰে। সৰু মানুহ ডাঙৰ হ'ব লাগিলে কাৰোবাৰ ত্যাগৰ ওপৰত গঢ়ি উঠিব লাগিব। গতানুগতিক সোঁতত ডাঙৰৰ বৰপীৰা নাপায়। ৰামধনৰ ত্যাগৰ ওপৰত বিকাশ ডাঙৰ মানুহ হ'ল। কিন্তু ৰামধন আজিও সৰু মানুহ। ৰামধনৰ মনত দুখ আছে। কষ্ট আছে। বিকাশৰ পৰা ঐশ্বৰ্য্য-বিভূতি ৰামধনে নিবিচাৰে কিন্তু বিকাশ মানুহ হোৱাতো বিচাৰে। মানৱীয় গুণৰ অধিকাৰী হৈ যদি বিকাশ সমাজৰ মাজলৈ

আহে তেতিয়া কায়িক সুখৰ কথা নাভাবি মানসিক শান্তিত আটিব কৃষক ৰামধনে গৰ্বেৰে হাঁহিব পাৰিব। তাৰ কণ্টৰ জীৱনৰ কথা পাহৰি যাব। তেতিয়াহে ত্যাগৰ প্ৰকৃত মূল্যাঙ্কন কৰা হব। কিন্তু তাৰ ঠাইত গাঁওৰ মনীষা তমসাক জীপত তুলি লৈ যোৱা খবৰটো যেতিয়া পলমকৈ পালে তেতিয়া কেকোঁৰাদাখন লৈ ককালত কাঁচুতি বান্ধি ওলাল। ৰামধনৰ সেই অগ্নিশৰ্মাৰূপ বীৰভূমিৰ কেনেও সেইদিনাৰ বাহিৰে অন্য দিনা দেখা নাই। বিকাশৰ দেহ কাটি টুকুৰাটুকুৰ কৰি যেন বাটৰ কুকুৰ শিয়ালক ভগাই দিব। ধন আৰু তথাকথিত মৰ্য্যাদা থাকিলেও নৈতিক দিশত সাধাৰণ মানুহে। বীৰভূমিৰ মানুহে বিকাশক জন্তুবৎ ভয় কৰিব পাৰে কিন্তু প্ৰাণৰ শ্ৰদ্ধা নাই। দাখন ৰ'দৰ পোহৰত সিদিনা তীখা হৈ জ্বলিছিল। আমি কোনেও ৰামধনক সিদিনা বাধা দিব পৰা নাছিলো। হিংস্ৰ বাঘৰ দৰে সিদিনা তাৰ চকুদুটা ঘূৰিছিল। ৰঙা হৈ উঠা চকুৰ পিনে চাবলৈ সিদিনা ভয় লগা হৈছিল। তমসাক যেন বিকাশে অপমান কৰা নাই—সেইজন যেন ৰামধনহে। ৰামধনে যিজনক দেৱতা সঁজ্ঞাৰ বিচাৰিছিল সেই বিকাশে দেৱত্ব, মনুষ্যত্ব সকলো পাহৰি পশু হৈ গৈছে। এই পশুজনক ৰামধনে শাসন নকৰিলে যেন আনে উচিত শাসন কৰিব নোৱাৰিব।

উত্তেজিত ৰামধন শান্ত হৈছিল।

হাঁহি হাঁহি তমসাই ৰামধনৰ দাখন আজুৰি আনিছিল। কৈছিল---

ঃ বীৰভূমিত এজন জন্তুৰ সৃষ্টি হোৱা বুলি ভাবিছে তেনেহ'লে আপোনালোকে মহাভুল কৰিছে। আমাৰ সৰলতাৰ সুযোগ লৈ বহুতে অজ্ঞাতে পশুত্বৰ শাৰীলৈ গৈছে। ব্যক্তিগত স্বাৰ্থই পশুত্বৰ ধৰ্ম শিকায়। এই পশুসকলক দাৰে আঘাত কৰিলে একো নহব। উপলব্ধিৰ আঘাতেৰে নিজে যাতে আহত হয় তাৰ বাবেহে চেণ্টা কৰক। বিকাশৰ মই ব্যৱস্থা কৰিছো। উঠি অহা চামে যাতে পশু হৈ নাযায় তাৰ বাবেহে চেণ্টা কৰক। মিছাতে নিজকে সৰু বুলি ভাবি মনোকণ্ট নিদিব। তেতিয়া কাম কৰিবলৈ প্ৰেৰণা নাপাব। বীৰভূমিৰ মঙ্গল চিন্তা কৰাৰ অধিকাৰ সকলোৰে আছে। আমি

কোনেও সক ডাঙৰ নহয়। সক ডাঙৰ শ্ৰেণীবোৰ কণ্ঠ মনবহে সৃষ্টি। খঙৰ প্ৰকোপত আপুনি নিজে হিংস্ৰ হৈ উঠিছে। মানৱতাৰ ধৰ্ম শিকাব গৈ আপুনি নিজে পশুত্বক আদৰণি নজনাবচোন।

এমুখ হাঁহিৰে সহজ সৰলভাৱে এই কথাবোৰ ইমান সুৰীয়াকৈ তমসাই কৈছিল, শুনি আমি বীৰভূমিৰ সকলোৱে আচৰিত মানিছিলো। ইমান সৰল ছোৱালীজনীৰ অপকাৰ কৰাৰ কথা জানো কোনোবাই ভাবিব পাৰে ?

ৰামধনৰ কথা মনলৈ আহিল। তমসাৰ কথাবোৰ সি থৰ হৈ শুনিছিল। এইজন ৰামধন বীৰভূমিৰ এজন অশিক্ষিত অথচ কষ্ট সহিষ্ণু খেতিয়ক। মহাত্মা গান্ধীৰ নেতৃত্বত স্বাধীনতাৰ বাবে ৰামধন আৰু মই দুয়োজনে কাৰাবাস খাটিছিলো। আজি বহুতে মন্ত্ৰী হ'ল। সা-সুবিধা পালে। ৰামধন আৰু মোৰ নাম চৰকাৰী বহীত আছে নে নাই নাজানো কিন্তু আমি শান্তি পাইছো যে ইংৰাজসকলক খেদি পঠোৱাত আমাৰো বৰঙণি আছে। মন্ত্ৰী হোৱাৰ কল্পনা আমাৰ নাই। আমি কাম কৰা মানুহ। দেশৰ মানুহে প্ৰত্যেকে নিজৰ কাম নিয়াৰিকৈ কৰি যাওক। দেশে মানে মাটিৰ টুকুৰা নহয় দেশীয় প্ৰগতিহে। কৰ্মবিমুখ হ'লে প্ৰগতি আহিব নোৱাৰে। প্ৰত্যেকে কাম এৰি যদি ৰাজনীতি কৰাত লাগে, দেশসেৱাৰ নামত বক্তৃতা দিয়াত লাগে তেনেহ'লে দেশৰ উন্নতি নহয়। নিজৰ কাম নিয়াৰিকৈ কৰাৰ অৰ্থই হ'ল দেশপ্ৰেম। এইবিলাক কথা মই আগতে বুজি পোৱা নাছিলো। বুজাইছিল অৰিন্দমে। মাজে মাজে চিঠিপত্ৰত এইবোৰ কথা অবিনাশেও লিখে। তমসাই সদায় এই কথাবিলাকেই আলোচনা কৰে।

মই খেতিয়ক।

মোৰ দেহত ভাগৰ, বোকাপানীৰ ছিটিকনি। এয়ে মোৰ সৌন্দৰ্য্য। বোকাৰ ছিটিকনিয়ে মোক খেতিয়ক বুলি যি পৰিচয় দিয়ে সেয়ে কৰ্মৰ প্ৰেৰণা পোৱাত সহায় কৰিছে। অবিনাশ শিল্পী। অবিনাশৰ দেহত ভাগৰ নাই, মনত আছে। কাপোৰত তাৰ নানা ৰঙৰ চেঁকা। ৰঙৰ চেঁকাবিলাকে অবিনাশক সমাজত থকা বহুৰঙৰ কথা হেনো সোঁৱৰাই

দিয়ে। সেয়ে বস্তুৰ সংগোনত অবিনাশ পাগল। কিন্তু তমসাৰ মনত কিহৰ বং অবিনাশে নাজানে। তমসাৰ বঙেৰে পূৰ্ণ ছবি এখন আঁকিব নোৱাৰালৈকে অবিনাশৰ হেনো শান্তি নাই। সামাজিক প্ৰতিষ্ঠা, ব্যক্তি-গত জীৱনৰ সুখ সকলো পাহৰি কেনভাচৰ সন্মুখত তুলিকা লৈ এই পূৰ্ণ ছবিখন অঁকাৰ কাৰণে যুগে যুগে অবিনাশে হেনো সাধক হৈ বহি থাকিব। সাধাৰণ খেতিয়ক জীৱে ইয়াৰ অৰ্থ একো বুজিবই নোৱাৰো দেখোন? আজি ভাবিছো, মোৰ কাৰণে এই সহজ সৰল জীৱনটোৱে ভাল। বুদ্ধিৰ চাতুৰী নোহোৱাকৈ সুবিবেচনাৰে মনৰ পবিত্ৰতাক ৰক্ষা কৰিম। স্বাভাৱিক প্ৰকৃতিৰ সৰলতাৰে পাহৰি যাম বুদ্ধিৰ শিক্ষা। বোকাৰ মাজত তেতিয়া মই মাণিক বিচাৰি পাম।

# কল্পনা ঃ

[ দিনবোৰ জানো নেলাগে দীঘল আৰু শিথিল
যেতিয়া সকলো চলে মাথো শুধ বাটে, নকৰে অকণো ভুল ।
নহব জীৱন জানো অতিকৈ নিৰস
নাথাকিলে কৰিবলৈ কোনো অসন্তোষ ।
—গীলবার্টৰাজ গামা । ]

আঘাতৰ আঁচোৰত মোৰ অন্তৰখন ক্ষত-বিক্ষত হৈছে । বাৰে বাৰে মোৰ চকুলৈ চকুপানী আহিছে । কিন্তু মই কান্দিব নোৱাৰো । মই নাকান্দো । কান্দি কান্দি জনসমাজৰপৰা মই সহানুভূতি লোৱাৰ ইচ্ছা নকৰো। সহানুভূতিয়ে মোৰ জীৱনৰ ক্ষতিপূৰণ দিব নোৱাৰে । মোৰ কৃতকৰ্মৰ প্ৰায়চিত্তৰ কাৰণে বিবেকৰ তুঁহ জুইত মই জ্বলিবই লাগিব। বাহিৰত হাঁহি মাতি কথাকোৱা কল্পনাৰ অন্তৰৰ তুষানল কোনোৱে দেখা নাপাব। অথচ ৰাংচালী গাভৰু কল্পনা এদিন শেষ হৈ যাব। শেষ হোৱাৰ মুহূৰ্ত্তত বীৰভূমিৰ জন সাধাৰণে মোৰ অৱস্থা দেখি আচৰিত মানিব। কিন্তু আচৰিত হব লগীয়া কাৰ্য্যটো মোৰ এতিয়া ঘটিছে যদিও বীৰভূমিৰ মানুহে বহুত পলমকৈ জানিবলৈ পাব। তমসা বাইদেউ ভাল ছোৱালী বুলি মই জানো কিন্তু ইমান ভাল বুলি জানিব পৰা নাছিলো। জীৱনৰ সকলো উন্মাদনাকে আদৰ্শ আৰু নীতিৰ মাজত কেনেকৈ চেপি ৰাখিব পাৰে মই ভাবি আজি আচৰিত মানিছো। এইজনী গাভৰুৰ ভনী বুলি পৰিচয় দি মই কেনেকৈ

বিপথে গলো ? পথ এৰি অন্য পথ কেনেকৈ লব পাৰিলো? আকাশৰ তৰা দেখি পাতালৰ সুৰঙ্গত সোমাই গলো। নুবুজিলো আকাশ ৰহস্য। চাব নুখুজিলো তৰাৰ পোহৰ। অন্ধকাৰৰ মাজত মই হেৰাই গলো। মোক উদ্ধাৰ কৰিবলৈ বাৰে বাৰে তমসা বাইদেউ আগবাঢ়ি আহিছিল। মোৰ মুখত পৰশ্ৰীকাতৰ হোৱা বুলি ভুল বিশ্বাস এটা মনত পুহি ৰাখি তমসা বাইদেউক অপমান কৰিলো। মোৰ অপমানত তমসা বাইদেৱে কিমান আঘাত পাইছে নাজানো কিন্তু সেই অপমানৰ কথাক সুঁৱৰি আজি মোৰ হৃদয়ে কান্দিছে। পঙ্কিলসনা অন্তৰেৰে মই পুন্যব্ৰতী বাইদেউৰ অন্তৰত আঘাত দিছো। কিন্তু কিয় ? কিয় মই তেনে কৰিছিলো? মোৰ মুৰৰ চুলিবোৰ নিজেই আজুৰি ছিগিবলৈ আজি ইচ্ছা হৈছে। সুন্দৰী বুলি নাম থকা মোৰ মুখখনত আজি কাজল সানি দিবলৈ ইচ্ছা হৈছে। যিবোৰ কাপোৰ পিন্ধি মই আকাশৰ পৰী সাঁজিছিলো সেই কাপোৰবোৰ পুৰি চাই কৰাৰ হাবিলাস হৈছে। উন্মাদিনীৰ দৰে ফটাচিৰা কাপোৰ পিন্ধি মই যেন ৰাজপথত চিঞৰি ফুৰিম। আজিৰ সভ্যতাক গালি সপনি পাৰি যেন মই মোৰ মনৰ যন্ত্ৰণা পাতলাবৰ চেষ্টা কৰিম।

মোৰ অন্তৰত জ্বলি থকা জুইকুৰাৰ দপ্দপ্ শব্দ মই শুনি আছো। এইকুৰা জুইৰে তমসা বাইদেউক মই জ্বলাব বিচাৰিছিলো। অথচ নিজৰ জুইত আজি নিজে জ্বলি পুৰি দেই যাব ধৰিছো।

বীৰভূমিক খণ্ডিত কৰিলে প্ৰথমতে সুৰমাই। প্ৰথম আঘাত পালে তমসা বাইদেৱে। আমি বাইদেউৰ অন্তৰৰ আঘাত তেতিয়া উপলব্ধি কৰাৰ কথা মুঠেও ভবা নাছিলো। স্কট চাহাবৰ প্ৰেমত পৰি এটা মুক্তজীৱনৰ কল্পনা কৰিলে নিজৰা বাইদেৱে। তমসা বাইদেৱে তাইৰ এই মুক্ত জীৱনত বাধাৰ কাৰণ হব বুলি ভাবি নিজে এটা স্বাধীন চুবুৰী ললে। আঘাতৰ ওপৰত দ্বিতীয় আঘাত হানিলে নিজৰাই। নিজৰাৰ প্ৰেমৰ গতিত নতুন সুবাস থকা বুলি ধাৰণা হ'ল অৰুণা বাইদউৰ। অনাহকতে তমসা বাইদেউৰ লগত অৰুণা বাইদেৱে কাজিয়া কৰাত লাগিল। শেষত নিজৰ সন্তুষ্টিৰ কথা প্ৰকাশ কৰি সহজভাৱে বীৰভূমিত এটা নতুন চুবুৰী গঠন কৰিলে। আজিকালি

অৰুণা বাইদেউৰ ওচৰতে আমেৰিকাৰ মিচনাৰী চাহাবসকল আছে। ধৰ্ম কথা আলোচনা কৰে। মিচনৰ চাহাবসকলৰ ধৰ্মকথা আলো-চনাৰ মাধ্যমত কি চাতুৰী আছে আজি মই ভালদৰে বুজি পাইছো। গোটেই বিশ্বত খ্ৰীষ্টধৰ্ম প্ৰচাৰৰ উপৰি ধনতান্ত্ৰিক আমেৰিকাই চাৰিও-পিনে শক্তিৰ মহিমা প্ৰচাৰ কৰিব খোজে। এচিয়াত আমেৰিকাৰ এখন শক্তিশালী ক'লনি স্থাপনৰ আকাঙ্ক্ষা মনৰ গোপন কোণত পুহি ৰাখিছে। আমেৰিকাৰ মিচনেৰী চাহাবসকল অকল ধৰ্ম প্ৰচাৰকেই নহয়—চৰকাৰী সংবাদদাঁতাও। অৰুণাৰ অনুগামীসকলৰ বহু সংখ্য-কেই আজি মিচনাৰীসকলৰ ধৰ্ম লৈছে। এটা সময়ত নিজৰাৰ স্কট চাহাবে গ্ৰাস কৰাৰ দৰে মিচনাৰী চাহাবে অৰুণাকো গ্ৰাস কৰিব বীৰভূমিৰ চাৰিওপিনে বিদেশীয়ে আক্ৰমণ চলাই এটা সময়ত সম্পূ বীৰভূমিক বিদেশীৰ লীলাভূমি কৰিব। স্বাধীনতাৰ কাৰণে বুকু তেজ দিব পৰা তমসা বাইদেউজনী তেতিয়া হব বাউলী। বিদেশীৰ দ্বাৰা ধৰ্ষিতা। বীৰভূমিৰ কাপুৰুষ সন্তানসকলে ব্যক্তিস্বাৰ্থৰ জালত মেৰ খাই তমসা বাইদেউক বিদেশীক ধৰাই দিব। গাঁওৰ ছোৱালী-জনীৰ সন্মান ৰক্ষাতকৈ ব্যক্তিগত লাভালাভৰ হিচাব সিহঁতৰ মনত বেছি। এই শ্ৰেণীৰ দালালহঁতৰ প্ৰেমত মজি ময়ো তমসা বাইদেউৰ শেষ আঘাত দিলো। অৰুণাৰ কাষতে থকা ওখ ৰঙামাটিৰ ভাগটোত নতুন চুবুৰী পতাৰ কথা ভাবিছিলো। কথাটো শুনি তমসা বাইদেৱে সিদিনা মোৰ সন্মুখত প্ৰথম চকুপানী টুকিছিল। আঘাতৰ প্ৰচণ্ড যন্ত্ৰণাত কান্দোন বন্ধ হৈছিল। মোৰ পিনে চকু ঘোপা কৰি চাই-ছিল। বাইদেউৰ অন্তৰৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ কথা চিন্তা কৰাৰ পৰ মই বিৰত আছিলো। মই নিজৰ ভাবতে বিভোৰ হৈ পৰিছিলো নিজক কিমান ধুনীয়াকৈ সজাব পাৰি, কিমান ধুনীয়া পোছাক পিন্ধিব পাৰি, দেহটোক কিমান ধুনীয়াকৈ প্ৰদৰ্শন কৰিব পাৰি, কথাবোৰ কেনেকৈ লেনিয়াকৈ কৈ পুৰুষক আকৰ্ষণ কৰিব পাৰি এইবোৰ চিন্তাকেই মই বেছিকৈ কৰিছিলো। মোৰ বিলাসৰ কাৰণে দেউতাই আৱশ্যকতকৈ বহুত বেছি টকা দিছিল। মোৰ চালচলনত দেউতা বা মাৰ পৰা অকণো বাধা পোৱা নাছিলো। মোৰ ইচ্ছামতে মই

চলিছিলো। দেউতা আৰু মা নিজৰ ইচ্ছামতেই চলাফুৰা কৰিছিল। বিলাসত মত্ত থকা বাবে কান্দি থকা শ্ৰেণীটোক, বঞ্চিতসকলক অপদৰ্কাৰী বুলিয়ে ভাবিছিলো। আমাৰ সুখৰ সময়ত সিহঁতক আমনিদায়ক কিবা এটা বুলিয়ে ভাবিছিলো। অথচ মই বিৰক্তিদায়ক বুলি ভবা শ্ৰেণীটোক আদৰ সাদৰকৈ তমসা বাইদেৱে আশ্ৰয় দিয়াত প্ৰকাৰান্তৰে মই অপমানবোধ কৰিছিলো। দুখীয়া মানুহবিলাকে জীয়াই থাকি কি কৰিব? সিহঁতৰ জীৱনৰ দাম ক'ত? ভাবিছিলো; কিন্তু তমসা বাইদেৱে মোৰ দৰে ভবা নাছিল। মানুহ কিয় দুখীয়া হয় আৰু এই জীৱনবিলাকৰ কেতিয়া মূল্যাঙ্কন কৰিব পৰা যাব সেই কথাটোহে ভাবিছিল। ধৰি ললো এয়া তমসা বাইদেউৰ মোৰ ওপৰত আদৰ্শগত বিদ্ৰোহ। মোৰ লগত বিৰোধিতা কৰাৰ কাৰণেহে যেন তেনে কৰিছে। সেয়ে অৰুণা আৰু নিজৰাই নতুন চুবুৰী লোৱাৰ পিছত সংহতিৰ কথা নকৈ ময়ো নতুন চুবুৰী বিচাৰিলো। সবিতা বাইদেৱে প্ৰকাশ্যে পৃথকিকৰণৰ বাবে বিদ্ৰোহ চলালে। আমি সকলোৱে লগ লাগি বীৰভূমিক খণ্ড-বিখণ্ড কৰিম। আচলতে আমাৰ এই অভিযান যেন বীৰভূমিৰ বিৰুদ্ধে নাছিল, আছিল তমসা বাইদেউৰ গৌৰৱ ধ্বংস কৰাৰ কাৰণেহে। মোৰ দেহৰ আকৰ্ষণত দলে দলে যুৱক আহিল। যুৱক শ্ৰেণীটোৱে মোৰ পৰা কি বিচাৰে তাক মই জানো। সিহঁতক হাতত ৰখাৰ কাৰণে সিহঁতৰ মনোবাঞ্ছা মই পূৰ্ণ কৰিলো। ভাবিলো—সতীত্ব, নাৰীত্ব এইবিলাকৰ কোনো অৰ্থ নাই। জীৱন দুবাৰ পোৱা নাযায়। ভোগ কৰাটোৱে জীৱনৰ অৰ্থ। হাঁহি হাঁহি থকাটোৱে জীৱনৰ স্পন্দন। আমাৰ এই হাঁহি আৰু উপভোগ স্থায়ীহোৱাৰ কাৰণেই দেউতাই টকা ঘটিছে। আমাক আনন্দ দিয়াৰ কাৰণে দেউতাই স্বাধীনভাৱে ফুৰাচকা কৰিব দিছে। গতিকে মোৰ আনন্দৰ বাবে মই যিয়ে নকৰো কিয় ভুল হব নোৱাৰে। দোষৰ কথা হব নোৱাৰে।

তমসা মোৰ নিজৰ বাইদেউ নহয়।

একে গাঁওৰ ছোৱালী বাবে আৰু মোতকৈ বয়সত ডাঙৰ বাবে বাইদেউ বুলি মাতিছিলো। অৰুণা, সবিতা, নিজৰা আৰু সুষমাৰ

দৰে বীৰভূমিত চুবুৰী দাবী কৰাৰ অধিকাৰ মোৰ নাই। তেওঁলোক আপোন ভনী কিন্তু মইতো নহয়। তথাপি ৰঙামাটিৰ লোভ মোৰ থাকি গ'ল।

ৰত্নেশ্বৰ আহিল।

ভাবিছিলো কিবা ভাল পৰামৰ্শ দিব। কিন্তু নিদিলে। শেষত বুজি পালো মোৰ মনৰ কথা শুনিবলৈ কোনো নাহে। মোক আগ-বঢ়াই দিবলৈ কোনো নাহে। সকলোৱে আহে কেৱল মোৰ দেহৰ পৰা পৰিতৃপ্তি লবলৈহে। কথাষাৰ লাহে লাহে মই বিশ্লেষণ কৰি গলো। আত্মসমালোচনা কৰি আচল সত্যটো যেতিয়া জানিব পাৰিলো তেতিয়া সমগ্ৰ দেহ মোৰ জিকাৰ খাই উঠিল। কিয় মই নিজক এনেদৰে এৰি দিছো। মোৰ কি নাই? ধনীৰ ঘৰৰ দুলালী হৈ যৌৱনটোক মই ৰাজপথত এৰি দিছো কিয়?

অবিনাশৰ ওপৰত চকু পৰিল।

জ্ঞান হোৱাৰ পিছৰে পৰা অবিনাশৰ ওচৰলৈ মোৰ মনটো আগ-বাঢ়ি গৈছিল। দেশ বিদেশৰ কিতাপ পঢ়ি অবিনাশে মোৰ মনত বৃহত্তৰ সপোন কিছুমান আঁকি দিছিল। ক্ষুদ্ৰ বীৰভূমিৰ মাজত থাকি অবিনাশৰ মনটো সূৰুজ অভিমুখে গতি কৰে। সৌৰ জগত ঘূৰি থাকে। সৌৰ জগতৰ গ্ৰহবিলাকৰ কক্ষ থাকে। অবিনাশৰ ভাবৰ যেন কক্ষ নাই। অথচ কক্ষহীন টুকুৰাবিলাক একোটা গ্ৰহৰ সমানে বেগবান। গ্ৰহৰ দৰেই ডাঙৰ। গাভৰু হ'লো। যৌৱনৰ প্ৰথম উন্মাদনা মোৰ দেহলৈ আহিল। পৰী সাজি অবিনাশৰ ওচৰলৈ গৈছিলো। নতুনকৈ চিত্ৰশিল্পী হোৱা অবিনাশে মোৰ অৰ্দ্ধনগ্ন দেহটোলৈ বৰ মনোযোগেৰে চাইছিল। অবিনাশৰ মনোযোগ আকৰ্ষণ কৰিব পৰাৰ আনন্দত মন মোৰ ভৰি পৰিছিল। অবিনাশে মোৰ এই পৰিৱেশৰ ছবিখন কেনভাচত আঁকিছিল। নতুন নতুন বেশত মই অবিনাশৰ তালৈ গৈছিলো। কিন্তু লাহে লাহে অবিনাশৰ মোৰ ওপৰত আকৰ্ষণ যেন নোহোৱা হৈছিল। শেষত বুজি পালো অবি-নাশৰ চকু মোৰ ওপৰত নাছিল—আছিল মোৰ দেহৰ নতুন সৌন্দৰ্য্যৰ

ওপৰতহে। সৌন্দৰ্য্যক লৈ ব্যস্ত থকা অবিনাশৰ ওপৰত মোৰ ভীষণ খং উঠি গ'ল। জীৱনৰ খবৰ নাৰাখি, মনৰ লগত মিতালী নাপাতি কেৱল বাহিৰত প্ৰদৰ্শন কৰা সৌন্দৰ্য্যক লৈয়ে সন্তুষ্ট হব পৰা অবিনাশ পুৰুষ নে কাপুৰুষ ?

অবিনাশৰ ওপৰত আজি মোৰ সেই খং নাই। অবিনাশক পুৰুষ বা কাপুৰুষ কোনো এটা শ্ৰেণীতেই ভাগ কৰিব নোৱাৰি। অবিনাশ শিল্পী। সেইটোৱে অবিনাশৰ পৰিচয়। জগতৰ সকলো অসুন্দৰ আঁতৰাই সুন্দৰৰ ছবি আঁকি সৌন্দৰ্য্যৰ মহামেলা পাতিব। সেইজন অবিনাশে প্ৰেমৰ কথা কিটো জানে ? মোৰ ৰূপত অবিনাশে কিজানি ভোল যোৱা নাছিল। বীৰভূমিত দেখা মোৰ দেহৰ প্ৰথম নগ্ন ছবিখনহে-অবিনাশে আঁকিলে। অবিনাশ শিলাখণ্ড নে দেৱতা মই আজিও বুজি নাপালো।

অথচ এতিয়া মই মৰ্মে মৰ্মে উপলব্ধি কৰিছো যে মোৰ ওপৰত যুৱক শ্ৰেণীৰ আকৰ্ষণ নাই। মই দুৰ্লভ নহয়—সস্তীয়া। মোৰ দেহত আকৰ্ষণ কৰিব পৰা শক্তি একো নাই। কিন্তু এদিন মোৰ সকলো আছিল। বাটৰ ধূলিৰ দৰে মই মোৰ জীৱনৰ সম্পদ ছটিয়াই দিছো। দায়ীতো কোনো নহয়। মোৰ এই অৱস্থাৰ সৃষ্টি মই নিজে কৰা নাই জানো ?

ঃ নীতিৰ মাজত সোমাই নতুনৰ গতি তুমি হেৰাই পেলাইছা তমসা বাইদেউ। তোমাৰ শিক্ষা আৰু জ্ঞানৰ দম্ভ থাকিব পাৰে কিন্তু সুৰীয়া কণ্ঠস্বৰ নাই। সতীত্ব, নাৰীত্ব আদিক মূল্য দিব গৈ পুৰণিৰ পাছে পাছেহে দৌৰি গৈছা। নতুন পৰিবৰ্তন তুমি বিচৰা বুলি ধাৰণা নহয়। কিন্তু পৰিবৰ্তন মোক দ্ৰুততৰ গতিত লাগে।

এদিন তমসা বাইদেউক কৈছিলো।

কিন্তু পৰিবৰ্তনৰ নামত মই কি পালো ? সকলো ঠিকেই আছে মাত্ৰ মোৰহে স্খলন হৈছে। মোৰ এই অধঃপতনৰ উপলব্ধিয়ে চকুলৈ অন্ধকাৰ নমাই আনিলে। চকুৰে মই দিনৰ পোহৰতেই জোনাকী পৰুৱা দেখা পালো। দেউতাৰ উপাৰ্জিত ধন-সোণৰ

প্ৰতি মোৰ আগ্ৰহ নোহোৱা হ'ল। শীত-তাপ নিয়ন্ত্ৰিত বাসভৱন মোৰ নৰক যেন লাগিল। তমসা বাইদেউৰ সন্মুখত ঠিয় হবলৈ মোৰ লাজ লগা হ'ল। জীয়াই থকাৰ কিবা সান্ত্বনা পাম বুলি বিপ্লৱী ছাত্ৰ-নেতা জীৱনৰ ওচৰলৈ গলো। বিশ্ববিদ্যালয়ৰ ছাত্ৰ জীৱনে মোক কিবাকিবি বুজালে। এষাৰ কথাও কিন্তু মোৰ কাণত নোসোমাল। প্ৰত্যেকষাৰ কথাতেই যেন মোৰ প্ৰতি প্ৰদৰ্শন কৰিছে পুতৌ। মোৰ দেহত থকা সাধাৰণ কাপোৰবোৰৰ পিনে চাই হাঁহি হাঁহি জীৱনে কৈছিল---

ঃ তোমালোক ছোৱালীবিলাকে বেচ অভিনয় কৰিবলৈ জানা কল্পনা। সাধাৰণ পোছাক পিন্ধিলেই তোমালোক সাধাৰণ হব নোৱাৰা। ধনিক শ্ৰেণীৰ প্ৰতিনিধিয়ে সৰ্বহাৰাৰ পোছাক পিন্ধিলে সেয়ে ভেশচনহে হয়। অভিনয় আৰু বাস্তৱ আজি আমি চিনি পোৱা হৈছো।

ঃ উপলব্ধিয়ে মোৰ মনৰ পৰিবৰ্তন আনিছে জীৱনদা। বিশ্বাস কৰক!

ঃ বিশ্বাস কৰিব কলেই কৰা কথা নহয় কল্পনা। তোমাৰ দেহৰ বাহিৰত সাধাৰণ পোছাক অথচ দেহৰ ভিতৰত ঐশ্বৰ্য্যৰ সম্ভাৰ। কোনোবা সৰ্বহাৰাক জীৱনত মৰম কৰি পাইছা? কুৰূপ যুৱকক কেতিয়াবা মৰমেৰে মাত এষাৰ দি পাইছা? বীৰভূমিৰ ছোৱালী বুলি তোমালৈ সহানুভূতি নাজাগে। অন্য হোৱা হ'লে তোমাক লৈ ৰং নাইবা খং কৰাৰ কোনো কাৰণ নাছিল। খং উঠে এইবাবে যে তুমি বীৰভূমিৰ ছোৱালী। ৰঙামাটিত নতুন সভ্যতাৰ গঁজালি মেলাৰ সপোন এদিন তোমাৰ আছিল। হয়তো সেই কামনা এতিয়াও তোমাৰ অবচেতন মনত সোমাই আছে।

ঃ অন্তৰখন ফালি মই আপোনাক একো দেখুৱাব নোৱাৰো। বিশ্বাস কৰক বা নকৰক মোৰ ভুল ধৰা পৰা বুলি স্বীকাৰ কৰিছো। কিন্তু জানো, ভুল শুধৰণিৰ সময় এতিয়া নাই। বহুত পলম হৈ গৈছে। আজি আপোনাৰ পৰা মই সহানুভূতি বিচাৰি অহা নাই।

আপোনাৰ সংস্কাৰ কামী মন এটা আছে বাবে মই নতুন সংস্কাৰ বিচাৰি আহিছো। পন্থা কিবা দিব ?

ঃ কিবা এটা পন্থা হয়তো মই দিব পাৰিম। কিন্তু দিয়া উচিত নহব। তমসা এতিয়াও আছে। তেওঁৰ ওচৰলৈ যোৱা।

তমসা! কেৱল তমসা! বীৰভূমিত বহুত গাভৰু ছোৱালী আছে কিন্তু সকলোৱে তমসাৰহে নাম লয়। অথচ তমসাই কোনো যুৱকৰে প্ৰেমৰ পূজা কৰা নাই। কাৰো ছবি হৃদয়ত আঁকি লোৱা নাই। তথাপি তমসা নমস্যা। তমসা বৰেন্যা।

দৌৰি গৈছিলো তমসাৰ ওচৰলৈ। কিন্তু তমসাক নাপালো। লাজ লগা হ'লেও মই আজি কবলৈ সংকোচ নকৰো, দেউতাই তমসাক হেনো জীপত তুলি লৈ গৈছিল। গাভৰু দেহৰ ওপৰত থকা দেউতাৰ আকৰ্ষণৰ কথা মই জানো। কিন্তু তমসা বাইদেউৰ দৰে ছোৱালীক নিব বুলি মই ভাবিবই নোৱাৰো। বুকুখন মোৰ কঁপিছিল। মনে মোৰ প্ৰমাদ গণিছিল। যিজনী তমসা বাইদেউৰ ওচৰত মই জীৱনৰ পৰিমাণ বিচাৰি আহিছো সেইজনী বাইদেউক দেউতাই ধৰ্ষণ কৰাৰ কথা ভাবে। সেইজন মানুহৰ ছোৱালীৰ প্ৰতি তমসা বাইদেৱে কিবা অনুকম্পা দেখুৱাব পাৰিব জানো ? ঘৰৰ ভিতৰত বহি থকা নাছিলো। মাক বিচাৰিছিলো। মাক দেউতাৰ এই অমানৱীয় কাৰ্য্যৰ কথা কম বুলি ভাবিছিলো। কিন্তু ঘৰত চাকৰ ল'ৰাজনৰ বাহিৰে কোনো নাছিল। মা ক্লাবলৈ গৈছিল। হয়তো কোনোবা পৰপুৰুষৰ লগত বুঢ়ী অৱস্থাতো কৃত্ৰিম গাভৰু সাজি জীৱনৰ নতুন আমেজ বিচাৰিছে। অথচ গাভৰু অৱস্থাতে আমেজ হেৰুৱাই মই ছটফটাই আছো। মই জানা মাহঁতে মোক শান্ত কৰিব নোৱাৰে। মোৰ বিষয়ে ভবাৰ অৱসৰ মাৰ নাই। মোৰ জীৱনৰ সুখ দুখৰ কাৰণে মই দায়ী। কেইমুঠিমান টকা আৰু সা-সুবিধাৰ বাহিৰে মা দেউতাই মোক একো দিব নোৱাৰে। কিন্তু জীৱনৰ সামগ্ৰিক অপূৰ্ণতা অকল জানো টকাই পূৰ্ণ কৰিব পাৰে ?

অকলে ওলাই গৈছিলো।

উদ্দেশ্য তমসা বাইদেউ য'তেই নাথাকক বিচাৰি উলিয়াম। দেউতাই জীপখন লৈ গৈছিল। টেক্সী এখন ভাৰা কৰি মই আগবাঢ়িছিলো। প্ৰথমতে চৰকাৰী পৰিদৰ্শন ভৱনলৈ গৈ তাত কোনোজনকে লগ নাপাই গোটেই চহৰত বিচাৰি চলাথ কৰিলো। চহৰত নাপাই তমসা বাইদেউৰ ঘৰলৈকো গ'লো। ত'তো নাপাই মনটো মোৰ উদাস হৈ পৰিল। অন্তৰত দুৰু দুৰু কঁপনি তেতিয়াও বাজি আছিল। ক'লৈ গ'ল তমসা বাইদেউ। দেউতাই বাৰু ক'লৈ লৈ গ'ল?

তমসা বাইদেউক পাইছিলো।

হাতত কেকোঁৰা দালৈ গৰ্জন কৰি থকা ৰামধন জেঠাক তমসা বাইদেৱে কিবাকিবি বুজাই আছিল। টেক্সীৱালাক বিদায় দি মই তমসা বাইদেউৰ ওচৰলৈ দৌৰি গৈছিলো। মুখত নাছিল কথা। চকুত ধাৰাসাৰ অশ্ৰুবিন্দু। তমসাৰ ভৰি দুখনত ধৰি মই চকুলো'ৰে তিয়াই দিছিলো। সকলো'ৰে আচৰিত হৈছিল। কেনেকৈ মই সিদিনা তেনে কৰিছিলো নিজেই নাজানো। এজনী গাভৰু ছোৱালীয়ে নানান নিৰ্য্যাতনৰ পিছত ধৈৰ্যাধৰি নিজকে সান্ত্বনা দিব পাৰিছে মই ভাবি নাপাওঁ। ৰামধন জেঠাৰ আগত তমসা বাইদেৱে মোক একো কোৱা নাছিল। অকলশৰে নিজৰ কোঠাত বহুৱাই লৈ মূৰত হাত বুলাই দি কৈছিল—

ঃ ভুল যেতিয়া ভাঙিছে আৰু ভুলৰ গহ্বৰলৈ সোমাই নাযাবা কল্পনা। তোমাৰ কথা মই অৰিন্দমক কৈছো। জীৱনে তোমাক ভুল বুজাই স্বাভাৱিক। তোমাৰ অতীত ইতিহাসে যি প্ৰমাণ দিয়ে তাৰ ওপৰত ভিত্তি কৰি কথা কৈছে জীৱনে। কিন্তু অৰিন্দমে তেনেকৈ নকৰ। বিশ্ববিদ্যালয়ৰ শিক্ষা তুমি পাইছা। জীৱনক পূৰ্ণাঙ্গ কৰিব লাগিলে বিশ্ববিদ্যালয়ৰ শিক্ষাই যথেষ্ট নহয়। জীৱনৰ প্ৰতি মুহূৰ্তত তোমাৰ আৱশ্যক হব নৈতিক শিক্ষাৰহে। তোমাৰ দেহটোক তুমি পঙ্কিলময় বুলি ভাবিব পাৰা কিন্তু মনৰ শুদ্ধিকৰণ অহাৰ লগে লগে দেহা শুদ্ধ হৈ পৰে। মই জানো, তুমি কোনোদিন বেয়া ছোৱালী নাছিলা। এতিয়াও বেয়া হৈ যোৱা নাই। অলপ ভুল পথ লৈছিলা আৰু সেই ভুলে জীৱন বিশ্লেষণত তোমাক সহায় কৰিছে। ভুল

নকৰাকৈ জগতত কোনেও শুদ্ধ পথ লব নোৱাৰে। আনে শিকাই দিয়া শুদ্ধ পথতকৈ নিজে শুদ্ধ বুলি উপলব্ধি কৰা পথ বেছি শুদ্ধ আৰু সেন্দুৰীয়া।

মোৰ গা পিহি পিহি কোৱা তমসা বাইদেউৰ কথা শুনি উচুপনি বেছিহে হৈছিল। সাধাৰণ খেতিয়ক হ'লেও মোৰ দেউতাৰ লগত ৰামধন জেঠাক বিজাই চালো। আকৌ সদানন্দ খুৰাৰ ল'ৰা শিল্পী নহব কিয়? জগতত সত্যক কেনভাচত বন্দী নকৰিব কিয়? অবিনাশক মই প্ৰেমিক হিচাপে বিচাৰিছিলো। ছিঃ মই ইমান তললৈ ভাবিছিলো? আজি নিজকে মোৰ পুতৌ কৰিবলৈ ইচ্ছা হৈছে। মূৰৰ চুলিবিলাক যেন মই নিজে ছিঙি পেলাম। মোৰ সুন্দৰ মুখত যেন অবিনাশৰ তুলিকাৰ ৰং সানি দিম। সুন্দৰ কৰাৰ কাৰণে নহয় কুৎসিত হোৱাৰ কাৰণেহে। এই ৰূপৰ গৰ্বতেই মই চৰিত্ৰ পাহৰি আছিলো। শীত তাপ নিয়ন্ত্ৰিত দেউতাৰ বিলাসীপ্ৰাসাদৰ মোহজালে মহামানৱৰ কণ্ঠস্বৰ শুনাৰ পৰা মোক বিৰত ৰখিছিল। দেউতাৰ দৰে কৌটিপতি হোৱাতকৈ ৰামধন জেঠাৰ দৰে সধাৰণ খেতিয়ক হোৱা বহুত গুণে ভাল। দেউতাৰ এশটকীয়া নোটৰ নুৰাবিল'ক ৰাজপথলৈ দলিয়াই দি মই যেন জীৱনৰ লগত আন্দোলনমুখী হম। কলা টকাৰ সৌধ নিৰ্মাণ কৰি সমাজত বৰ মানুহ হোৱাসকলৰ মুখা যেন মই খহাই দিম। মাহঁতৰ বিলাসী স্বৰ্গ—ক্লাবঘৰ ভাঙিচিঙি মই যেন চুৰ্‌মাৰ কৰিম। কিয়নো এই ক্লাবঘৰে মোক ধৰ্ম-কৰ্ম সকলো পাহৰাই দিছিল। ক্লাবৰ সভ্যতাকে মই সমাজৰ সভ্যতা বুলি ভাবি শিল্পী অবিনাশকো চিনি পোৱা নাছিলো। কথাবিলাক মনত পেলাই মই কেৱল কান্দিছিলো। তমসা বাইদেউৰ কোঠাৰ খিৰিকীৰে অহা এজাক শীতল বতাহে আমাক স্পৰ্শ কৰিছিল। সেই বতাহজাকে লৈ আহিছিল বীৰভূমিৰ কেঁচা মাটিৰ গেন্ধ। মোৰ ভিতৰত থকা পবিত্ৰ নাৰীগৰাকী সাৰ পাইছিল। অনুতাপৰ তুঁহজুইত জ্বলি জ্বলি দুৰ্বল পদক্ষেপেৰে মই মোৰ বাসভৱনলৈ উভতি আহিছিলো।

অন্তৰ্দ্বন্দত মই ভাগৰি পৰিছো যদিও আজি মনলৈ প্ৰত্যয় আনিব পাৰিছো। জগতৰ কোনো গাভৰুৱে উৰণীয়া পখিলাৰ দৰে কিজানি

মুকলিমূৰীয়া হব নালাগে। চগাৰ পাখি গঁজিলে ই উৰে। উৰি গৈ যিমান ভাল লাগে সেই ভাল লগাই হে পৰে চগাৰ মৃত্যুৰ কাৰণ। মোৰ মৃত্যু হোৱা নাই। বীৰভূমিৰ মাটিৰ গোন্ধ নাপালে হয়তো মোৰো মৃত্যু হ'লহেঁতেন।

দিনবিলাক সদায় সমান নহয়—চুটি দীঘল। পৃথিৱীত সকলোৱে সেন্দুৰীয়া আলিৰে খোজ কাঢ়িব নোৱাৰে— কাঁইটীয়া পথো পায়। কাঁইটৰ জ্বালা নাপালে সেন্দুৰীয়া আলিত খোজ কঢ়া আনন্দ কিজানি কৰিব নোৱাৰিলেহেঁন। ভুল কৰে বাবেটো তাক শুধৰাই মানুহে মনুষ্যত্বৰ ধৰ্ম ৰাখিব পাৰিছে। জীৱনত অসন্তোষ আছে কাৰণেই হয়তো মাধুৰ্য্যতা আছে।

বেদনাৰ কথাবোৰ মই পাহৰি যাম। বীৰভূমিত মই ভাল ছোৱালী হৈ জীয়াই থাকিম। মই কৰা ভুল যাতে বীৰভূমিৰ কোনো গাভৰুৱে নকৰে তাৰ বাবে মই হম গভৰু শ্ৰেণীৰ আদৰ্শ স্বৰূপ। পুৰুষৰ চকুৰ পিৰিকটিত মই নাচিবলৈ নাযাওঁ। নৰকৰ ছবি মই বহুতো দেখিলো। এইবাৰ স্বৰ্গৰ ছবি চাবলৈ যত্ন কৰিম।

শিল্পী অবিনাশ দত্ত, বীৰভূমিৰ মাটিৰ গোন্ধ থকা আকাশী ৰঙেৰে মোক এখন স্বৰ্গৰ ছবি আঁকি দিয়া। এই ছবিখন চাই চাই মই নতুন জীৱনৰ সন্ধান কৰিম। জীয়াই থকাৰ প্ৰেৰণা পাম। নহ'লে মই মৰি যাম। মোৰ পাপময় দেহৰ অৱলুপ্তি ঘটিলেই জানো জগতৰ মঙ্গল হব? নহয়। সেই পাপক আঁতৰাই তাত পুণ্যৰ সুৰভি সানি দিয়া। মই জীয়াই থাকিব খোজো। তুমসা বাইদেউৰ চৰণ বন্দনা কৰাৰ কাৰণে অন্ততঃ মোক জীয়াই থকাৰ প্ৰেৰণা দিয়া।

# জীৱন ঃ

[ অসন্তুষ্টিতকৈ পবিত্ৰ কথা জীৱনত আন একোৱেই হব নোৱাৰে, যদিহে হিংসা, দ্বেষ, ঈৰ্ষা, লোভ, প্ৰবঞ্চনা আদিৰ পৰা সম্পূৰ্ণৰৈ মুক্ত হৈ মানুহে নিজকে নিত্য, নতুন ৰূপত গঢ়ি তুলিবলৈ সফল নিয়ত প্ৰচেষ্টা কৰক। —গৰ্কী ]

পৃথিৱীখনত মই জুই জ্বলাই দিম। আবহমান যুগৰে পৰা চলি থকা সামাজিক নিয়ম-নীতিবোৰ ওফৰাই মই নতুন নিয়ম প্ৰচলন কৰিম। এইখন সমাজত থাকি মই বাৰুকৈয়ে অনুভৱ কৰিছো এখন নতুন সমাজৰ আৱশ্যকতা। কিন্তুমান নতুন মানুহ লাগে। পুৰণিৰ এলান্ধুবোৰে মোৰ চকুলৈ অন্ধকাৰ নমাই আনিছে। মোক পোহৰ লাগে। নতুন পোহৰৰ অপেক্ষাত মই ছটফটাই আছো। মোক সহায় কৰিবলৈ কোন আহিব সেইটো ডাঙৰ কথা নহয় কিন্তু নতুন পৃথিৱীৰ পৰিকল্পনাটো মই আগতে সম্পূৰ্ণ কৰিবই লাগিব।

ব্যক্তিস্বাৰ্থত নিমজ্জিত হৈ মানুহবিলাক আজিকালি যন্ত্ৰস্বৰূপ হৈ পৰিছে। সঁচা প্ৰেম, মৰম, হাঁহি সকলো দূৰৰ বতৰা হৈ পৰিছে। এই সকলো অসামঞ্জস্য মই আঁতৰাই দিম। মোৰ কল্পনা হৈ থাকিব নোৱাৰে। কল্পনাক বাস্তৱৰূপ দিয়াৰ কাৰণে শক্তি-সামৰ্থ বিচাৰি মই বিশ্ববিদ্যালয়লৈ আহিছো। বিভিন্ন কলেজৰ পৰা ডেকা-গাভৰু আহি বিশ্ববিদ্যালয়ত মানসিকভাৱে প্ৰস্তুত হৈ লয়। ময়ো প্ৰস্তুত হম।

মই বীৰভূমিৰ সন্তান।

বীৰভূমিৰ আগৰ ঐতিহ্য এতিয়া নাই। বীৰভূমিৰ গৌৰৱক লৈ উচ্চ প্ৰশংসিত হৈ আগৰ চামৰ কবিয়ে কবিতা লিখিছিল। জনমে জনমে বীৰভূমিত জন্ম গ্ৰহণ কৰাৰ কথা ভাবিছিল। কিন্তু বীৰভূমি আজি টুকুৰা-টুকুৰ হৈছে। ছেদেলি-ভেদেলি হৈ পৰিছে আজি বীৰভূমিৰ মানসিক বান্ধোন। দেশ আৰু জাতিৰ প্ৰতি থকা প্ৰেম হৈছে আজি সাধাৰণতে ব্যৱহাৰ কৰিব লোৱা এটা ভদ্ৰ ভাষাৰ শব্দ। প্ৰেমৰ মহিমা কি এটা শব্দতেই শেষ? ইয়াৰ স্বৰূপ ব্যাখ্যা কৰিলে কি পাওঁ? বীৰভূমি অগ্ৰগতিৰ পিনে আগবাঢ়িছে নে নিম্নগতিৰ পিনে আগবাঢ়িছে?

নানা জাতিৰ সংগাম স্থল বীৰভূমি। বহু ভাষাৰ সংমিশ্ৰণত সৃষ্টি হৈছে বীৰভূমিৰ ভাষা। সৰু সৰু উপভাষা, সৰু সৰু জাতিৰ বান্ধোন পাহৰি বীৰভূমি হৈ যেতিয়া আমি আগবাঢ়িছিলোঁ তেতিয়া আমাৰ গতি আছিল অনিৰুদ্ধ। অথচ আজি আমি থমকি ৰৈছো। খিলঞ্জীয়া বুলি সবিতাই আজি সুকীয়াকৈ সবিতাপুৰ ৰচিছে। অৰুণা-নিজৰা-সুৰমাই নিজাকৈ চুবুৰী লৈ বীৰভূমিৰ গৌৰৱ ঘোষণা নকৰে। মাতি আনিছে ধ্বংস। এই ধ্বংসৰ বৰদৈচিলাই অকল বীৰভূমিৰেই অন্যায় নকৰে—নিজৰো অন্যায় কৰিব। সাতৰঙৰ সহায়েৰে ৰামধেনু তৈয়াৰ কৰাৰ দৰে নানা জাতি উপজাতি মিলি বীৰভূমিত ঐক্যতাৰ জয়গীতি গাইছিল। সবিতা, অৰুণা সকলোৰে নিজৰ ৰঙেৰে বীৰভূমিক ৰঙাই তুলিছিল। সঁচা আবেগৰ বোলেৰে ৰঙিয়াল হৈছিল বীৰভূমি। কিন্তু ৰঙবোৰ এতিয়া এৰাই গৈছে। বেদনা আৰু যন্ত্ৰণাত জৰ্জৰিতা হৈ সেয়ে তমসাই মুখত সানি লৈছে কলা ৰং। ৰামধেনুৰ ৰঙে এদিন তমসাৰ মুখত জিলিকি উঠি বীৰভূমিৰ সন্তানক জীয়াই থকাৰ প্ৰেৰণা দিছিল। কিন্তু তমসাৰ মুখত আজি কলা ৰং চাই অন্তৰে হাহাকাৰ কৰি উঠে। শত্ৰুৰ প্ৰৰোচনা আৰু ক্ষমতাৰ লোভত বীৰভূমিক খণ্ড খণ্ড কৰি হাজাৰ বছৰীয়া ঐক্যৰ শক্তিক দুৰ্বল কৰা হ'ল। বাইজৰ আশীৰ্বাদ লৈ দেশনেতা হোৱা দেশপ্ৰেমিকসকল নিৰৱে থাকিল। গঠনমূলক

কামৰ ভিতৰত ফুটুকাৰ ফেন অথচ অহোৰাত্ৰি চৰকাৰক গালি সপনি পাৰি সদন বা সংসদৰ সদস্য হোৱাৰ কাৰণে কেনেকৈ ভোজবাজী দেখুৱায় বুজি পালো। এই ঐক্যভঙ্গৰ সময়ত বাজীকৰসকলওে নিৰৱে থাকিল।

আচলতে আমাৰ দেশত চৰকাৰ পক্ষতকৈ বিৰোধী দলৰ সদস্য-সকলেহে সা-সুবিধা বেছিকৈ গ্ৰহণ কৰি আছে। জনসাধাৰণৰ বাস্তৱ সমস্যাবিলাক দেখুৱাই চৰকাৰৰ ওপৰত জপিয়াই পৰি চৰকাৰী সুবিধা লৈছে আৰু সেইবোৰৰ বেছি অংশ নিজে আত্মসাৎ কৰি চৰকাৰৰ প্ৰতি বিদ্বেষ আনিবলৈ জনসাধাৰণক বুজাই দিছে। অপৰিপক্ক গণতন্ত্ৰৰ সুযোগ লৈ দেশনেতাৰ নাম কিনিছে। চৰকাৰৰ গাদীক সমালোচনা কৰি নিজৰ পদবী বাহাল ৰাখিছে। ভোটদাতা বাইজ সচেতন নোহো-ৱালৈকে এনেদৰেই চলিব কিজানি। চৰকাৰ মানেই শোষক আৰু বিৰোধী দল বুলিলেই প্ৰগতিশীল বুলি আমাৰ যিটো ভাব তাৰ ফলতেই আমি উভয় পক্ষৰ পৰাই বঞ্চনা পাই আছো। আজি আৰু বঞ্চিত হৈ থকাৰ সময় আমাৰ নাই। আমি আজি সকলোৰে শ্ৰেণী চৰিত্ৰ অধ্যয়ন কৰিব লাগিব। চৰকাৰ গঠন যিয়েই নকৰক তাৰ বিৰুদ্ধে শক্তিশালী দল ঠিয় কৰ'ব নোৱাৰিলে দলীয় শাসনে গণতন্ত্ৰৰ নামত চলাব একনায়কত্ববাদ।

চৰকাৰ এখন মটৰগাড়ী। দেশৰ মানুহে এই গাড়ীখনত উঠি অহা-যোৱা কৰে। সা-সুবিধা পায়। আগবাঢ়ি যোৱাত সহায় কৰে। মটৰগাড়ী চলাব লাগিলে যিবোৰ আহিলাপাতিৰ দৰকাৰ সেইবোৰৰ ব্যৱস্থা জনসাধাৰণে কৰিব লাগিব। যাত্ৰীয়ে কেৱল মটৰতহে উঠিব কিন্তু চলিব পৰা অৱস্থা আছে নে নাই তালৈ যদি লক্ষ্য নাৰাখে তেনে-হ'লে সেই গাড়ী ভুল পথে পৰিচালিত হোৱাৰ কাৰণে গাড়ীখন দায়ী নহয়। গাড়ীৰ পৰিচালক দায়ী নহয়। যিখন গাড়ীত উঠি আগবাঢ়ি যোৱাৰ সপোন দেখো সেইখন গাড়ী মেৰামতিৰ দায়িত্ব আমাৰেই। কিন্তু বিৰোধী দলবিলাকে মেৰামতিৰ কথা নাভাবে। তেওঁলোকে নতুন গাড়ীৰ কথাহে ভাবে। ফলপ্ৰসূ হ'লে পুৰণি গাড়ী মেৰামতি কৰা একো বেয়া কথা নহয়। সদায় নতুন গাড়ী বিচৰাসকলে আগৰখনতকৈ

ভাল গাড়ী নাপাবও পাৰে। নতুবা পেলাই থব খোজা গাড়ীৰ পুৰণি যাত্ৰীসকলে নতুন গাড়ীত আকৰ্ষণ নাপাবও পাৰে। সেয়ে সকলোৰে প্ৰিয় আৰু সৰ্বজনপ্ৰিয় এখন গাড়ীৰ দৰ্কাৰ।

তথাপি ব্ৰেকৰ প্ৰয়োজন আছে।

গতিবেগ তীব্ৰ কৰাৰ কাৰণে মেৰামতি কৰিলেও গাড়ীৰ ব্ৰেক থকা প্ৰয়োজন যাতে ই আৰোহী নাইবা ৰাজপথত কোনো দুৰ্ঘটনা ঘটাব নোৱাৰে। দুৰ্ঘটনাৰপৰা ৰক্ষা কৰাৰ কাৰণেহে ব্ৰেক লাগে গাড়ীখন ব্যৱহাৰৰ পৰা বিৰত ৰখাৰ কাৰণে নহয়। বিৰোধী দল-বিলাক চৰকাৰী গাড়ীখনৰ ব্ৰেকহে। ব্ৰেকহিচাপে সন্তুষ্ট হব নোৱাৰি, ব্ৰেকে যেতিয়া স্বয়ং গাড়ী হব যায় তেতিয়া সমাজত সৃষ্টি হয় সংঘৰ্ষ। আৰোহীৰ মনত নতুন চিন্তাৰ অঙ্কুৰ মেলে। চৰিত্ৰ বহুশ্ৰেণীত বিভক্ত হৈ পৰে। গোটৰ চিন্তা পাহৰি সকলোৱে যেতিয়া আংশিক চিন্তাত মগ্ন হয় তেতিয়া সামগ্ৰিক উন্নতিৰ ঠাইত আহি পৰে চূড়ান্ত অৱনতি। বৰ্তমান সমাজত তাৰেই দৃষ্টান্ত চলি আছে। সেয়ে সামাজিক অসমতা দূৰ কৰাৰ কাৰণে নতুন যুগৰ ডেকা-গাভৰুৱে নতুন সমাজ গঢ়িব লাগিব। কিন্তু ডেকা-গাভৰুৰ ওপৰত বিশ্বাস কি? নিজক নিচিনা ডেকা-গাভৰুৱে আবেগিকভাৱে আন্দোলন কৰিলে সংস্কাৰ কেনেকৈ আনিব? আন্দোলনৰ ক্ৰম ৰক্ষা নকৰিলে কোনো আন্দোলনেই কৃতকাৰ্য্য নহয়। আন্দোলনৰ ক্ৰম কিতাপ পঢ়ি শিকা কথা নহয়। বিভিন্ন দেশৰ বাতাবৰণৰ প্ৰতি লক্ষ্য ৰাখি আন্দোলনৰ পদ্ধতি বেলেগ কৰাৰ প্ৰয়োজন হব পাৰে। পৃথিৱীৰ উদাহৰণ আমাক উৎসাহ আৰু প্ৰেৰণাৰ কাৰণে লাগে কিন্তু আন্দোলনৰ এটা পদ্ধতিয়ে পৃথিৱীৰ চাৰিওকোণত প্ৰতিপন্ন নহবও পাৰে। আমাৰ দেশৰ ছাত্ৰ আন্দোলন ৰাজনৈতিক নেতাৰ অদৃশ্য ইংগিতত চলে। দেশনেতাই ব্যক্তিস্বাৰ্থ পূৰ্ণ কৰি নিৰৱে থকাৰ দৰে ছাত্ৰ নেতাও স্বাৰ্থজড়িত হৈ নিৰৱে থাকে। সঁচা দেশপ্ৰেমেৰে আগবাঢ়ি যোৱা বহুছাত্ৰৰ জীৱনলৈ কৰুণতা আহে। হেজাৰ জনৰ চকুপানীৰ ওপৰত কেইজনমানে হাঁহে। এনেদৰেই সকলো আন্দোলন চলি আছে। ছাত্ৰ জীৱনত প্ৰগতিশীল বক্তৃতাৰে দেশত বা-মাৰলিৰ সৃষ্টি কৰা ছাত্ৰনেতা পিছৰ

জীৱনত একেবাৰেই নিবৰ হৈ পৰে। ইয়াৰ কাৰণ একমাত্ৰ শ্ৰেণী চৰিত্ৰ। বঞ্চিতসকলে সেয়ে বঞ্চিত হৈ থাকে। পোৱাবিলাকে আৰু অলপ বেছিকৈ পায়। ছাত্ৰ-ঐক্য শ্ৰেণী চৰিত্ৰই গঢ়ি উঠিব নিদিয়ে যদিও শ্ৰেণীহীন সমাজ গঠনৰ বক্তৃতা প্ৰায় সকলো ছাত্ৰই দিয়ে। এই শ্ৰেণীহীন সমাজ গঠনৰ বক্তৃতা এদিন বিকাশে দিছিল।

আজি মনলৈ কেইটামান প্ৰশ্ন আহিছে।

ভাবিছো--ছাত্ৰৰ নৈতিকতা আৰু চাকৰি জীৱনৰ নৈতিকতা বেলেগ নেকি? সমগ্ৰ জীৱনৰ নৈতিকতাক এটা গোট হিচাবে লৈ মানৱ সমাজৰ মঙ্গলৰ কথা চিন্তা কৰিব নোৱাৰিলে মানুহে জীৱশ্ৰেষ্ঠ বুলি মিছা গৰ্ব কৰে কিয়? ছাত্ৰ অৱস্থাত বিকাশ নীতিবাগীশ আছিল। আদৰ্শবাদী আছিল। সমাজ সংস্কাৰক আছিল। আজি সেইজন বিকাশে কলাটকাৰে নিজৰ বিলাসী জীৱন গঢ়ি তুলিছে। নৈতিকতাৰ বৰপুত্ৰ বিকাশে তগসাৰ দৰে গাভৰুৰ কৌমাৰ্য্য নষ্ট কৰাৰ কথাও ভাবিব পাৰে। বিৰোধী দলৰ সদস্য ত্ৰিশঙ্কুৰ দেউতাকে গোটেই দেশ-খনকেই আন্দোলনৰ মন্ত্ৰেৰে কঁপাই তুলিছিল। কিন্তু দেশৰ মুখ্যমন্ত্ৰীতকৈও বেছি সা-সুবিধা গ্ৰহণ কৰিছে। কোটিপতি হৈ আজিও তেওঁ সৰ্বহাৰাৰ মুক্তিৰ কাৰণে বক্তৃতা দিয়া মানুহজন আৰু বাস্তৱ মানুহ-জনৰ মাজত ভীষণ প্ৰভেদ। কথা আৰু কামৰ মাজত কোনো প্ৰকাৰৰ মিল নাই। সেইজন বিৰোধী দলৰ নেতা ত্ৰিশঙ্কুৰে দেউতাকৰ নাম লৈ সমাজৰ বৰমূৰীয়া হৈছে। ফিৰোজা, অৰিন্দমে শিক্ষকতা কৰা স্কুল-খনৰ সম্পাদক হৈছে। পাপ আৰু পঙ্কিলতাৰে ভৰা মানুহজনে পুণ্যৰ সুৰভি মানি কেনেদৰে বাৰু স্কুল পৰিচালনা কৰে মই বুজি নাপাওঁ। অথচ তেওঁৰ পৰিচালিত শিক্ষক হৈয়ে অৰিন্দমে মহামানৱ গঢ়াৰ সপোন দেখে। ফিৰোজাই সাৰ্বজনীন সমাজ গঢ়াৰ সপোন দেখে।

অবুজ প্ৰহেলিকা।

অবুজ সাঁথৰ।

এনেদৰে সপোন দেখি থাকিলেই নহব। শুই শুই সকলোৱে সপোন দেখি থাকিব পাৰে। সপোনক বস্তুৱ কৰাহে আচল কথা। বীৰভূমি আজি ধ্বংসৰ মুখত। ৰাজনীতি সমাজনীতি সকলোতে বিহগুৰিব ছিটিকনি। এই সকলোবোৰ গুলাই দিব লাগিব। সমাজ উন্নয়ন কৰিব লাগিলে তেওঁলোকৰ হৃদয়ৰ লগত আত্মীয়তা গঢ়ি লব লাগিব। হৃদয়ক বাদ দি কেৱল নীতিৰ মাধ্যমেৰে কৃতকাৰ্য্যতা কৰিব পাৰে কিন্তু অন্তৰৰ সৰু সৰু অনুভূতিবোৰক দমন কৰিব নোৱাৰে। দেশখনৰ চাৰিওপিনে ভণ্ড লম্পটেৰে ভৰি পৰিছে। ভৱিষ্যতৰ গুৰি ধৰোতা ডেকা-গাভৰুৱে বৃহত্তৰ স্বাৰ্থ পাহৰি আৰামৰ জীৱন, বিলাসৰ জীৱন যাপন কেনেকৈ কৰিব পাৰি তাৰেই স্বপ্নত মগ্ন। প্ৰেমৰ জুমুঠিত এৰি দিছে মহাজীৱনৰ ধ্বনি-প্ৰতিধ্বনি। এই প্ৰেম এজনী নাৰীতেই সীমাবদ্ধ নাথাকি জন্মভূমিৰ সন্মান ৰক্ষাৰ বাবে যদি অকণমান ভাবিলেহেঁতেন !

ভাবি ভাবি মই শেষত নিজেই পাৰ নোপোৱা হৈ যাওঁ। গতানুগতিক জীৱনৰ মাজত সোমাই মই বৰ অসন্তুষ্টি অনুভৱ কৰিছোঁ। মোক কিবা এটা নতুন লাগে অথচ মই বিচৰা সেই কিবাটো কি এতিয়াও ভালদৰে নিৰ্বাচন কৰিব পৰা নাই। এইখিনিতেই মোৰ দুৰ্বলতা। মনৰ অস্থিৰতাৰ কাৰণেই হয়তো এনে হৈছে। অস্থিৰতাৰ মাজেৰে স্থিৰ সিদ্ধান্ত এটালৈ বাৰু মই কেনেদৰে আহো ? মোৰ দৰে প্ৰগতিবাদী বহুত যুৱকেৰেই হয়তো অস্থিৰতা ৰোগত পৰি দিশহাৰা হৈছে। সেয়ে তীক্ষ্ণ বুদ্ধিসম্পন্ন বহুযুৱকে মদৰ বোটলটোকে জীৱন বুলি ভাবে। কিছুমানে তাচপাতৰ মাজতে নিজক বিলীন কৰি দিছে। কিছুমানে আকৌ সমাজৰ সকলো হাহাকাৰৰ পৰা আঁতৰি নিৰৱে কিবা ভাবত বিভোৰ। জীৱনক উপলব্ধি যিমানে গভীৰভাৱে কৰা হয় সিমানে সমাজৰ পৰা আঁতৰি থাকিবলৈ বাধ্য হোৱা যায়।

কলেজীয়া জীৱনত মনটো আন্দোলনমূখী আছিল।

মাৰ্ক্স, লেনিনৰ আদৰ্শত মনটোক গঢ় দিয়াৰ যত্ন কৰিছিলোঁ, কলেজৰ শেষ বছৰত ছাত্ৰ'ক ভাল লগা হ'ল। এতিয়া মোৰ

একেবাৰেই ভাল নালাগে। মানৱতাবোধক জীয়াই ৰাখি মই এতিয়া দেশৰ মাটিত সামাজিক প্ৰতিষ্ঠা বিচাৰো। অবিনাশৰ ছবিত মোৰ মনে বিচৰা বহুতো সত্য আছে সঁচা কিন্তু হতাশ হওঁ সেয়া ছবিহে। মোৰ দৰে হয়তো অবিনাশেও এখন নতুন সমাজ বিচাৰিছে। মনে বিচৰা সমাজখনক কেনভাচত আঁকি লৈছে। সেই ছবিবিলাকে কথা নকয়। মোক এখন মৌন সমাজ নালাগে। ছবিৰ সমাজ নালাগে। মোক লাগে তেজ-মঙহ থকা এখন কথা কোৱা সমাজ। কিন্তু স্বাৰ্থৰ শোষণকাৰী দলে সমাজৰ তেজ মাংসবোৰ চেপি চেপি খোৱাৰ পিছত এটা শ্ৰেণীত বাহিৰে বাকীবোৰৰ তেজ মাংস হেৰাই গৈছে। আনক শুহি তেজাল হোৱা এই তেজপিয়া শ্ৰেণীটোক প্ৰথমতে গুলাই মাৰিব নকি ?

ঃ অবিনাশ—তুলিকা এবা। মোৰ লগত ওলোৱাচ'ন। হাতে কামে লাগি আমি এখন নতুন সমাজ গঢ়ো। তেজপিয়াসকলৰ মূলোচ্ছেদ কৰি আমি সুস্থ সবল এখন বাস্তৱ মানৱতন্ত্ৰ ৰচনা কৰো।

ভাবৰ জগতখনৰ পৰা বাস্তৱ জগতখনলৈ ওলাই আহিবলৈ মই অবিনাশক বহুবাৰ আহ্বান জনাইছো। কিন্তু অবিনাশ নাহে। অবিনাশে ছবিবোৰ কিবা পৰৱৰ্তীচামৰ কাৰণে আঁকিছে হেনো। একেবাৰে দুৰ্বল যুক্তি। আমি যি পাবো আগতে কৰো। আমি নোৱাৰাখিনিহে পৰৱৰ্তীচামৰ বাবে এৰিব লাগে। দ্বিতীয়তে পৰ-ৱৰ্তীচামে তেওঁলোকৰ সুবিধা অনুসৰি নতুন আঁচনি কৰিব। নিজৰ আঁচনিক নিজে কাৰ্য্যকৰি কৰিব। আমাৰ ছবি চাই নতুনকৈ তেওঁ-লোক জাগ্ৰত হৈ নুঠিবও পাৰে। ইয়াৰ যিহেতু কোনো নিশ্চয়তা নাই তেনেস্থলত এনেদৰে আত্মক্ষয় কৰি লাভ কি ? সেয়ে মই সামাজিক সকলো দিশতেই আগবাঢ়ি গৈছিলো। দেশৰ সকলো সমস্যাবে মাজলৈ সোমাই গৈছিলো। পৃথিৱীৰ শ্ৰেষ্ঠ ৰাজনৈতিক বাতাবৰণ যেন মই মোৰ দেশত আনি দিম। সৰ্বশ্ৰেষ্ঠ শিক্ষাপ্ৰণালী যেন মোৰ দেশত প্ৰচাৰ কৰিম। কৃষ্টি-সংস্কৃতিৰ সৰ্বশ্ৰেষ্ঠ ৰূপটো

যেন মই ভাঙি ধৰিম। ইয়াৰ বাবে যদি আৱশ্যক হয় মই দেশক জ্বলাম, সভ্যতাক জ্বলাম, পৃথিৱীত জুই জ্বলাই দিম।

কিন্তু এয়া মোৰ আবেগ।

মোৰ আবেগৰ প্ৰকোপত কেৱল মইহে ধৰফৰাই আছো—বাকী সকলো যেন ঠিকেই আছে। মোৰ শক্তিৰ ওপৰত যি প্ৰগাঢ় বিশ্বাস আছিল সেই বিশ্বাস আজি নাই। মই এজন সাধাৰণ মানুহ। মোৰ হাতত ইমানখিনি শক্তি নাই যে মই জ্বালতন কৰিব পাৰিম। জুইৰ শিখা জ্বলাই জ্বলাই মই নিজকে পুৰি মৰাত বাহিৰে একো কৰিব নোৱাৰো। মই মোৰ কৰ্তব্য পাহৰি কেৱল দৌৰিছো। স্বকীয় কৰ্তব্যৰ খুঁটি যেতিয়া উভালি যায় সেই মানুহে কেৱল দৌৰিবহে পাৰে। এই দৌৰৰ শেষ নাই। স্থানাঙ্ক নাই। লক্ষ্য বহুত বাবে কোনো এটাতেই উপনীত হব নোৱাৰে।

বীৰভূমিৰ তীক্ষ্ণবুদ্ধিসম্পন্ন বুলি নাম থকা জীৱনে সেয়ে হাঁহি উঠাকৈ কম নম্বৰ পাব লগা হ'ল। মোৰ কৰ্তব্য আছিল অধ্যয়ন কৰা কিন্তু হব গৈছিলো—ৰাজবিতৌহিদ। মোৰ কৰ্তব্য আছিল বিশ্ববিদ্যালয়ৰ পুথিভঁৰালত সোমাই থকা—বিপ্লৱী ছাত্ৰ সংগঠনতহে সোমাই আছিলো। নিয়মিতভাৱে অধ্যাপকৰ বক্তৃতা শুনা একান্ত বাধ্য ছাত্ৰ হব লাগিছিল—হব গৈছিলো সমাজ সংস্কাৰক। সেয়ে মোৰ পতন হ'ল। নিজকে উপযুক্তকৈ যি মানুহে গঢ় দিব নোৱাৰে সেই মানুহে উপযুক্ত সমাজ গঢ়িব নোৱাৰে। সৃষ্টিৰ পৰীক্ষা প্ৰথমতে নিজৰ ভিতৰতহে। নিজকে প্ৰতিষ্ঠা কৰিবলৈ যত্ন একমাত্ৰ মূৰ্খইহে। ভীমৰ গদা ঘূৰাব লাগিলে আগতে যে ভীমৰ বল অৰ্জন কৰিব লাগে সেই কথাটো মই পাহৰি গৈছিলো। নিজকে সমাধিস্থ কৰি সেই সমাধিৰ বুকুত পাৰিজাত ফুলব নোৱাৰি।

অবিনাশক সমালোচনা কৰিছিলো।

অথচ অবিনাশ ঠিকেই আছে। অবিনাশে আত্মউপলব্ধি কৰিব পাৰিছে। নিজৰ সীমিত শক্তি বুজি লৈছে। প্ৰগতিশীল সমাজৰ ছবি আঁকাত বাহিৰে শিল্পী অবিনাশে অন্য একো কৰিব নোৱাৰে।

সমগ্ৰ মন প্ৰাণ ওপোচাই সেয়ে অবিনাশে ছবিৰ বুকুত নিজে হেৰাই গৈছে। বীৰভূমিৰ অপূৰ্ণ ছবিখন আঁকি পূৰ্ণতাৰ ৰেখাচিত্ৰৰ ইংগিত দিব। যুগযাত্ৰীয়ে অবিনাশক মানি লওঁক বা নলওঁক অবিনাশ সমাজৰ পথ প্ৰদৰ্শক।

অৰিন্দম হাজৰিকা শিক্ষক।

মগজুত থকা সকলো বুদ্ধি আৰু জ্ঞান অকপটভাৱে নতুন চামৰ মাজত বিলাই দি ত্যাগৰ আনন্দ লব। ত্যাগৰ মাজত জীয়াই থাকিব। 'যিমানে বিলাই দিবা সিমানে মহান হবা।' কথাষাৰৰ বাস্তৱ প্ৰমাণ কৰিব। বেদনা থাকিলেও কিবা এটা শান্তিৰ আনন্দত অৰিন্দমে জীয়াই থকাৰ সোপান বিচাৰি পাইছে। অথচ কলেজীয়া জীৱনৰ পৰা আজিলৈকে বহুত কিবা পোৱা বুলি ভাবি মই ওফন্দি আছিলো। আজি প্ৰাণৰ মাজত বিচাৰি চাই মই হতাশ হৈছো। মোৰ মাজত একোৱেই নাই। স্থিৰতা হেৰাই মই মাৰ্বল পাথৰৰ দৰে ঘূৰি ফুৰিছো। সৰু ডাঙৰ সকলোৱে যেন মোক লৈ খেলা কৰিব পাৰে। মই মাত্ৰ খেলৰ সজুলিহে। প্ৰত্যেকে প্ৰত্যেকৰ কাম কৰক। সদানন্দ, ৰামধনে খেতি কৰিছে। খাব নাপালেও সৃষ্টিৰ আনন্দত তেওঁলোক আনন্দিত। মাটিৰ বুকুত শস্য উৎপাদন কৰি সদানন্দই আনন্দ পায়। কেনভাচত নতুন ছবি আঁকি অবিনাশে আনন্দ পায়। মনৰ কথাবিলাক আনৰ মগজুত সোমাই দিব পৰাৰ আনন্দত অৰিন্দমে হাঁহে। নিজে কান্দি আনক হুহুৱাব পৰাৰ আনন্দত তমসাইও হাঁহিব পাৰে। অথচ জীৱন ধৰি হাঁহি হাঁহি মইহে এতিয়া হাঁহিব নোৱাৰাত পৰিছো। মোৰ হাঁহিবোৰত কোনো দাম নাছিল। মোৰ হাঁহিবোৰ সঁচা হাঁহি নাছিল। মোৰ হাঁহিত জীৱনৰ প্ৰতিশ্ৰুতি নাছিল। আবেগিক হৈ মই হাঁহিছিলো। সেই হাঁহিৰ দাম নাই। আবেগিক হৈ মই দৌৰি ফুৰিছিলো। সেই গতিৰ মূল্যাঙ্কন সমাজে নকৰে। আবেগিক হৈ মই গৰ্জন কৰিছিলো। সেই গৰ্জনক কোনেও ভ্ৰূক্ষেপ নকৰে। আচল কৰ্তব্য মই পাহৰি আছো। সকলোপিনে গৈ মই কোনোপিনেই চাব পৰা নাছিলো।

আজি মই দৃঢ় ।

বীৰভূমিৰ তীক্ষ্ণ বুদ্ধিসম্পন্ন জীৱনে দৃঢ়তাৰে তাৰ কৰ্তব্যত আগবাঢ়ি যাব । বিশ্ববিদ্যালয়ৰ ছাত্ৰসকলৰ লগত সি মগজুৰ পৰীক্ষা কৰিব । অন্তৰৰ আবেগক দমন কৰি যুক্তিৰে সি সমাজৰ কথা চিন্তা কৰিব । ছাত্ৰ অৱস্থাত কৰা চিন্তাবোৰক নিজে সম্পূৰ্ণ প্ৰতিষ্ঠা হোৱাৰ পিছতহে কাৰ্য্যত পৰিণত কৰাৰ কাৰণে আগবাঢ়ি যাব । 'থিওৰি' নাজানিলে 'প্ৰেকটিকেল' কৰিব নোৱাৰি, প্ৰেকটিকেল কৰিব খোজাটো মূৰ্খামি । মই মূৰ্খৰ দৰে জ্ঞান আৰু শিক্ষা নোহোৱাকৈয়ে নিজকে সংঘাতিক কিবা এজন বুলি ভাবিছিলো । এতিয়া নিৰৱে মই কেৱল অধ্যয়ন কৰিম । শিক্ষাৰ মাধ্যমেৰে পোহৰৰ ৰশ্মিৰেখা অকণ অকণকৈ ধৰি ৰাখিম । জ্ঞানৰ মাণিক বুতলি মোৰ জ্ঞানৰ ভঁৰাল পূৰ্ণ কৰিম । এটা সময়ত মই পূৰ্ণ হম । পূৰ্ণতাৰ লগে লগে মোৰ শিক্ষা শেষ হব । আত্মপ্ৰত্যয় আহিব । স্থিতি আহিব । প্ৰতিষ্ঠা আহিব । মাতৃভূমিৰ মঙ্গলৰ কাৰণে যিটো দিশত মই পাৰদৰ্শী সেই দিশত আগবাঢ়ি গৈ মই কৰিম জন্মভূমিৰ বন্দনা । আস্থা আৰু নিষ্ঠাৰে মই মোৰ কৰ্তব্য কৰিম । ভাৱৰ কুণ্ডলিত মনে সজা বৃহৎ সমস্যাৰ আঁত বিচাৰি এতিয়া মই চক্ৰাকাৰে ঘূৰিম ।

কল্পনা আৰু মোৰ কোনো প্ৰভেদ নাই ।

কল্পনাই নিজৰ চিন্তাক সৰ্বশ্ৰেষ্ঠ ভাবি যৌৱনৰ উন্মাদনাক ৰাজপথত এৰি দিছিল । ময়ো মোৰ চিন্তা ভাৱনাক শ্ৰেষ্ঠ স্থান দি জগতত সকলো কৰিম বুলি ভাবিছিলো । কল্পনাই চৰিত্ৰ হেৰুৱাইছে । ময়ো চৰিত্ৰ ঠিকমতে ৰাখিব পৰা নাই । ছাত্ৰ হৈ মই মোৰ মুখ্য কৰ্তব্য পাহৰি থকা মানে চৰিত্ৰক স্খলন হবলৈ দিয়া । কল্পনাই মোক আদৰ্শ পুৰুষ বুলি ভাবিছিল । আজি মোৰ নিজৰে হাঁহি উঠে কল্পনাৰ সেই বিশ্বাসটোৰ কাৰণে । মই জানো আদৰ্শ পুৰুষ? কেনেকৈ মই আদৰ্শ পুৰুষ হব পাৰো? দিন ৰাতি দেখি থকা সপোনবোৰৰ কথা অগ্নিবৰ্ষী বক্তৃতাৰে ৰজনজনাই থাকিলে, আদৰ্শৰ কথাবোৰ চিঞৰি থাকিলে, সমাজ, দেশ আৰু প্ৰগতিৰ কথা কলে

জানো আদর্শ পুৰুষ হব পৰা যায় ? মই আদৰ্শমূলক একো কৰিব পৰা নাই, মাত্র আদর্শৰ মোহত মোৰ আবেগকহে দৌৰিব দিছো। স্থিতপ্রজ্ঞ হৈ মই মুঠেও আগবাঢ়িব পৰা নাই। মোৰ যোগ্যতাকো মই ব্যৱহাৰ কৰা নাই। চাৰিওপিনে হুলস্থূল লগাই কেৱল মোৰ শক্তিহে ক্ষয় কৰিছো। অথচ বাহিৰৰ এই গোলমলীয়া পৰিবেশটোক কল্পনাইতৰ শ্রেণীটোৱে আদর্শ বুলি ভাবিছে। কল্পনাৰ দৰে বহুতেই তেনেদৰে ভাবে কিজানি। ভিতৰৰ সূক্ষ্মতম কথাবিলাক চলি-জাৰি নাচাই ওপৰে ওপৰে দৃষ্টি কৰিলে সমাজত ভালমানুহ, আদর্শবান মানুহ আমি বহুত লগ পাই আহিছো। সেই আদর্শবাদীৰ ভিতৰত মোৰ দৰে আদর্শবাদীও কিজানি বহুত আছে।

কল্পনাক মই সান্ত্বনা দিব নোৱাৰিলো।

কৃপণ হ'লো। নিজে পৰা কামটোৰ বাবে আনৰ ওচৰলৈ পঠালো। তমসাক জিৰণি নিদি সকলো সৰু বৰ কথা ভাবিবলৈ আমি বাধ্য কৰাও। অথচ কোনো এটা বিষয়াতে সহায় কৰিব নোৱাৰো। ঠিক নোৱাৰাও নহয়—নকৰো। অথচ আমি তমসাৰ হিতাকাঙ্ক্ষী। আমাৰ ওপৰতেই বীৰভূমিৰ পূর্ণতাপ্রাপ্তি তমসাই আশা কৰে। কিন্তু আশা কৰে জানো? তমসাৰ অন্তর্দৃষ্টিয়ে মোৰ ভীৰুতাৰ ছবিখন দেখা নোপোৱাকৈ আছে জানো? মাতৃমূর্তি তমসাৰ দৃষ্টিক ফাঁকি দিয়াৰ সামর্থ জানো জীৱনৰ আছে?

ঃ তমসা তুমি মোক ক্ষমা কৰি দিয়া।

কল্পনাক কোনেও একো কোৱা নাই। নিজে উপলব্ধিৰ জুইত পুৰি সোণ হৈছে। এটুকুৰা সোণ হৈ তাৰ ৰং ঠিকেই আছে নে নাই সেইটো ভালকৈ বুজি উঠাৰ কাৰণে কল্পনা মোৰ ওচৰলৈ আহিছিল। কিন্তু মই নিজৰ অহমিকাবোধক লৈয়ে ব্যস্ত থকা বাবে কল্পনাৰ সঁচা সত্বাটোকো চিনি নাপালো। মোৰ উপলব্ধি আজিহে হ'ল। আজিহে মই মোৰ অৱস্থিতি বুজিব পাৰিছো। কল্পনাক মই বহুত কিবাকিবি উপদেশ দিছিলো। তমসা, অৰিন্দমহঁতেও কিবাকিবি কৈছিল। অথচ কল্পনাক কোনোবাই বুজাব পাৰিছিল জানো? নিজে বুজিবলৈ আগবাঢ়ি নাহিলে,

উপলব্ধি নকৰিলে কোনোডনকে বুজোৱা সম্ভৱ নহয়। আজি মোৰ যি উপলব্ধি এয়া জানো নতুন উপলব্ধি? মই জানো এতিয়াৰ কথাবিলাক নজনাকৈ আছিলো? সকলো জানিছিলো। সকলো বুজিছিলো। মাত্র আবেগৰ অন্ধ চকুৰে চোৱা বাবে আচল অর্থ নকৰি অন্য অর্থ কৰিছিলো।

আজি মোৰ দৃষ্টি মুকলি।

আজি কল্পনাৰ দৃষ্টি মুকলি।

কল্পনা আজি বেয়া ছোৱালী নহয়। মই আজি আবেগৰ দ্বাৰা আগবঢ়া সৰু ল'ৰা নহয়। আমাৰ এতিয়াৰ গতিয়েই আগবঢ়াই নিব নতুন সমাজ আৰু সভ্যতাৰ গতি। আমি বীৰভূমিক অ গবঢ়াই নিব পাৰিম। আমি তমসাক হঁহুৱাই নিব পাৰিম। আমাক দেখি অবিনাশে এতিয়া কাপুৰুষৰ ছবি আঁকিব নোৱাৰে, অসন্তুষ্টিৰ ছবি আঁকিব নোৱ ৰে। সেই ছবি চাই তমসাই এতিয়া বিষাদ মলিনা নহয়। লাহে লাহে তমসাৰ চুলি কলা ৰং আঁতৰি যাব। পূর্ণতাই আনি দিব আকাশী ৰং। পৃথিৱীৰ ৰং। তমসাই হাঁহিব।

জীৱনৰ অসন্তুষ্টিয়ে মোক পবিত্রতা দান কৰিছে। যদিও সন্তুষ্ট মই হব পৰা নাই তথাপি মোৰ মনত ঈর্ষা, দ্বেষ, হিংসা, লোভ আদি একো নাই। এইবিলাকৰ পৰা মুক্ত হৈ মই এতিয়া আত্মউপলব্ধিৰে আগবাঢ়ি যাবলৈ চেষ্টা কৰিম। অসন্তুষ্টিৰ বেদনাই মোক প্রেৰণাহে দিব বাধা দিব নোৱাৰে।

দেহ আৰু মনলৈ এতিয়া মোৰ যথেষ্ট শক্তি অহা বুলি অনুভৱ হৈছে। মোৰ ভিতৰত এতিয়াহে কিজানি জীৱনে অঙ্কুৰ মেলিলে।

# ফিৰোজা ঃ

[ জ্ঞানী মানুহে আত্মজিজ্ঞাসা আৰু আত্মবিশ্লেষণ কৰিবৰ চেষ্টা কৰে আৰু জ্ঞানী মানুহেই হয় অসুখী।

—মালিক ]

মই কৰবাত ভুল কৰিব ওলাইছো নেকি ? মনটো মোৰ মাজে মাজে দুৰ্বল হৈ পৰে কিয় ? নৈতিকতা, সৰলতা আৰু ত্যাগৰ মন্ত্ৰেৰে জীৱনৰ আঠাইশটা বছৰ পাৰ কৰিলো। বেয়া পোৱা দূৰৰ কথা আজিলৈকে কোনোজনকে অভিমান কৰি পোৱা নাই । সকলো নিৰৱে কেৱল সহ্য কৰি গৈছো । নাৰী জাতিটো হেনো ত্যাগৰ প্ৰতিমূৰ্তি। পৃথিৱী সহনশীলা বাবেইতো ধৰিত্ৰী। ময়ো জীৱনভৰি ধৰিত্ৰী হৈছো । কিন্তু জীৱনৰ পৰা মই পাইছো কি ? বিচৰাতকৈও বেছি সুখ, বেছি আনন্দ কিমানজনে অকতাৰে পাইছে, মই পোৱা নাই কিয় ? খোদা হাফেজ ? মানুহে মানুহক ভালপোৱা জানো ভুল? জাতিৰ ক্ষুদ্ৰ শিকলিৰে জানো মহত্বৰ প্ৰেমক বান্ধি ৰাখিব পাৰি ? উত্তৰ দিয়া খোদা ! উত্তৰ দিয়া !!

খোদাক মই কোনোদিন দেখা নাই। খোদাই মোৰ কথাৰ উত্তৰ নিদিবও পাৰে। মোৰ কথা নুবুজিবও পাৰে। কিন্তু অৰিন্দমে ? অৰিন্দমে মোৰ প্ৰাণৰ সকলো কথা শুনিছে। হিয়া উবুৰিয়াই অৰিন্দমক মই সকলো কথা কৈছো। অথচ অৰিন্দম নিৰৱ। মোৰ

কথাবিলাকৰ গুভোতা অৰ্থ কৰি নিৰবে আছে নে সকলো বুজাৰ পিছত মোক অৱজ্ঞা কৰিছে ?

ঃ অৰিন্দম ! সমগ্ৰ মানুহৰ সমাজখনকেই যদি এখন সমাজ বুলি ভাবিব নোৱাৰা, মানৱ জাতিকেই যদি এটা জাতি বুলি ভাবিব নোৱাৰা তেনেহ'লে মানৱৰ পূৰ্ণ হৃদয়ৰ কথা তুমি উপলব্ধি কৰিব নোৱাৰিবা। বিশাল মানৱৰ হৃদয়ৰ উপলব্ধিয়ে জন্ম দিয়ে অতি মানৱৰ ভ্ৰূণ। সেই মানৱৰ বিকাশেই হ'ল মহামানৱ—আমি সাধনাৰ দ্বাৰা পাব খোজা বস্তু। তোমাৰ জীৱনৰ সাধনা বিফলে যাব যদি সামগ্ৰিকভাৱে উপলব্ধি নকৰা। উপলব্ধিব আনন্দত মই হাঁহিব পৰা নাই অৰিন্দম —কান্দিছো। জীৱন মন্থন কৰি অমৃত পান কৰিব মই নোৱাৰিলো —মই পান কৰিলো হলাহল। তুমিয়েটো মোক অমৃত পান কৰাত সহায় নকৰিলা। তুমি ইমান নিষ্ঠুৰ কেনেকৈ হব পাৰিলা অৰিন্দম ? মোৰ কাৰণে, এই ফিৰোজাজনীৰ কাৰণে তোমাৰ জানো অকণো বেয়া নালাগে ? মনৰ সূক্ষ্মদৃষ্টিৰে তুমি সমাজখনৰ পিনে এবাৰ চোৱাচোন —জাতিৰ ক্ষুদ্ৰতাৰ আঘাতত আমি কেনেদৰে ক্ষত-বিক্ষত হৈছো ? বীৰভূমিৰ এটা জাতিৰ মাজতে কিছুমান উপজাতি সৃষ্টি কৰি সুষমা আঁতৰি গ'ল। বনাঞ্চলৰ মোহ দেখুৱাই অৰুণা গ'ল। পশ্চিমীয়া জাতিৰ মোহত নিজৰা গ'ল। সবিতাই যাব খোজে। কল্পনাও চঞ্চলা। সামগ্ৰিক জাতি পাহৰি তাইহঁতে ক্ষুদ্ৰতাৰ মেৰপাকত সোমাই পৰিছে। বীৰভূমিক ক্ষত-বিক্ষত কৰিছে। আঘাতৰ যন্ত্ৰণাৰ পৰা বীৰভূমিক ৰক্ষা কৰিবলৈ তুমি জীৱন পণ কৰিছা অথচ ধৰ্মৰ পৃথকিকৰণ আৰু সামাজিক বান্ধোনে যেনেদৰে বান্ধিছে তাক শোধন কৰাৰ মনোবল তোমাৰ নাই। নহলে মোক অৱজ্ঞা কৰিব কেনেকৈ পাৰিলা বাৰু ? মোৰ মনৰ বাতৰি তোমাক জনোৱাৰ পিছত জনালো তমসাক। জ্ঞানী-গুণী বুলি ভবা তমসাই তোমাক কিবা কৈছিল যদিও নাজানো মোক কিন্তু তেওঁৰ কোনো আপত্তি নাই বুলি কৈছিল। জাতি, ধৰ্ম, ভাষা সকলোকে তমসাই সহজভাৱে, উদাৰ দৃষ্টিৰে চাব পাৰে অথচ তুমি নোৱাৰিলা। অবুজ নহবা অৰিন্দম, এতিয়াও পুনৰ বিবেচনা কৰা। তুমি আৰু মই দুটা ধৰ্মৰ প্ৰতিনিধি। তোমাৰ আৰু

মোৰ বিয়াত দুটা ধৰ্ম, দুটা জাতিৰ মাজত সাঁজিব এখন সাঁকো। দুটা জাতিৰ মাজত থকা কুসংস্কাৰৰ আবৰ্জনাবোৰ পেলাই দিবলৈ যিসকল যুগযাত্ৰী আগবাঢ়ি আহিব সেইসকলে আমাৰ এই সাঁকোৰ ওপৰেৰে পাৰহৈ যাব পাৰিব। যদি আমি এই সাঁকোখন বান্ধিব নোৱাৰো তেনেহলে এই দুটা জাতিৰ মাজত মহাপ্ৰেমৰ অঙ্কুৰে মেল নাখাব। সংহতিৰ কথা পাহৰি যুগে যুগে গোটখোৱা আবৰ্জনাৰ বোজা বান্ধি অন্ধ-বিশ্বাসৰ বৃহৎ ঘৰটো পূৰ্ণ কৰিব। আকৌ সৃষ্টি হব সাম্প্ৰদায়িক সংঘৰ্ষ। হিন্দুৰ ৰক্তেৰে মুছলমান ৰাঙলী হব। মুছলমানৰ ৰক্তেৰে হিন্দুৱে হোলি খেলিব। আঘাত পাব তোমাৰ ভগৱানে। আঘাত পাব মোৰ খোদা মেহেৰবানে। ভগবানে জানো আমাক জাতিৰ সৃষ্টি কৰিব কৈছিল? পৃথিৱীত যেতিয়া আমাক জন্ম দিয়ে তেতিয়া আমাক মানুহ জাতিৰ অন্তৰ্ভুক্ত কৰিহে জন্ম দিছিল। আমাক হিন্দু নাইবা মুছলমান কৰি জন্ম দিয়া নাছিল। আমি মানুহবিলাক জানো ভগৱানৰ ক্ষুদ্ৰসংস্কৰণ নহয়? এই ক্ষুদ্ৰতাৰ বৃহৎ গোটটোৱে জানো আমি বিশ্বাস কৰা ভগৱান নহয়? তেনেহ'লে ভগৱানৰ জাত কি? মানুহৰ মাজত জানো কিবা জাতি থাকিব পাৰে? মনুষ্যতকৈ শ্ৰেষ্ঠ ধৰ্ম আন জানো কিবা মানুহৰ থাকিব পাৰে? কথাবিলাক ভাবি মোৰ ভাললগা নাই অৰিন্দম। কিয়নো এইবোৰ কথা তুমি নুবুজা হ'লে বেলেগ কথা আছিল। অথচ তুমি বুজি পোৱা। মই ভবা কথাবিলাক শ্ৰেণীত ষষ্ঠমানৰ ল'ৰা-ছোৱালীক বুজোৱাৰ কথা যেন লাগিছে। অথচ কিছুমান কথা বহু সময়ত ষষ্ঠমানৰ ল'ৰা-ছোৱালীয়ে বুজি পালেও আমি নুবুজাকৈ থাকো। তুমি যদি কিবা অন্য কাৰণতো মোৰ প্ৰস্তাৱ সমৰ্থন দিয়া নাই তাক নাজানো, মই হ'লে কেৱল ধৰ্মৰ বাধাৰ কাৰণেহে বুলি ধৰি লৈছো। কিয়নো ধৰ্ম নিৰপেক্ষতাৰ বক্তৃতা দিয়া সমাজৰ বহুতো ভালমানুহে ব্যক্তিগতভাৱে গোৰামিৰ শিকলিত বন্দী।

এখন বিয়া। দুটা জাতি আৰু ধৰ্মৰ মাজত এখন বিয়া। অৰ্থাৎ বৈবাহিক সম্পৰ্কেৰে সংহতি স্থাপন। মোৰ লক্ষ্য এইটোহে আছিল অৰিন্দম। ভুল নকৰিবা—তোমাৰ লগত বিয়া সোমোৱাটো মোৰ একমাত্ৰ লক্ষ্য নাছিল। পৃথিৱীৰ বিভিন্ন জাতিৰ মাজত পৰস্পৰে

বিবাহ বান্ধোন আহি পৰিলে পৃথিৱীখন বিশাল হৈ নাথাকে—ওচৰলৈ আহিব। মনবোৰ অবুজ হৈ নাথাকে। সহজ হব। সৰল হব। স্বৰ্গখন তেতিয়া ওচৰতে পাম। মই এইটো আশা কৰিয়েই জ্ঞানী পুৰুষ বুলি তোমাক বিয়াৰ প্ৰস্তাৱ দিছিলো। মইতো জনা নাছিলো তুমি ৰক্ষণশীল বুলি। মনটোক ঔদাৰ্য্যৰ আঘাতেৰে কোবাই কোবাই যদি মহান কৰিব নোৱাৰো তেনেহলে সমাজত সংগঠন কৰিব গৈ তুমি ব্যৰ্থ হবা। সংহতি তুমি কৰিব নোৱাৰিবা। আঞ্চলিকতাৰ দৰে গোৰ মি এৰি পেলোৱা অৰিন্দম। বিশ্বসভ্যতাৰ ৰ'দকাচিলত থিয় হৈ নিজক প্ৰদশন কৰা অৰ্থটো স্বজাতি নাইবা স্বধমৰ অপমান নহয়। পুৰণি সমাজ বৰস্থাৰ জুমুঠিত ধৰি তুমি নতুন পুৰুষৰ কবৰ খান্দিবা নেকি? যদি তুমি নিজৰ মনক শোধন কৰিব নোৱাৰা সামাজিক কামত আগবাঢ়ি নাযাবা। ল'ৰা-ছোৱালীক শিক্ষা দিয়াৰপৰা আঁতৰি থাকা। নিজে শোধন নোহোৱাকৈ আনক শোধন কৰিব তুমি নোৱাৰিবা। বিবেকানন্দই চিকাগোৰ জনসভাত হিন্দু ধৰ্মৰ ব্যাখ্যা কেনেদৰে কৰিছিল মনত আছে? এঠাইত কৈছিল নহয় আমাৰ ভগৱান থাকে বান্ধনি ঘৰত, ভগৱান হ'ল ভাতৰ চৰু আৰু ধৰ্ম হ'ল তুমি মোক নুচুবা--মই তোমাতকৈ উচ্চ। নিজক উচ্চ বুলি যিমানে ভবা যায় সিমানে নীচ বুলিহে পৰিচয় দিয়া হয়। এইবোৰ কথা এতিয়া নাভাবো। তোমাৰপৰা প্ৰত্যাখ্যান পোৱাৰ পিছৰেপৰা এই কথাবোৰ ভাবিবলৈ এৰি দিছো। মনলৈ নিজেই সিদ্ধান্ত আনিছো, ধৰ্মৰ বিশালতা সীমাৰ মাজত নাই— সীমাৰ সিপাৰেহে আছে। ধৰ্মক যেতিয়া সীমাৰে বান্ধিব খোৱা হয় তেতিয়া ধৰ্ম সংকীৰ্ণ হৈ পৰে। মানৱৰ চৰম মনুষ্যত্ব তেতিয়া মুচকচ খায়।

মই বাৰু দুৰ্বল হৈছো নেকি? অৰিন্দমৰ কথা মই কিয় ইমান ভাবিছো? মোৰ মগজুতটো অৰিন্দমৰ প্ৰধান স্থান নাছিল। মোৰ একমাত্ৰ ইচ্ছা আছিল এখন সৰ্বজনীন সমাজ প্ৰতিষ্ঠা কৰা। অৰিন্দমৰ উদ্দেশ্য বীৰভূমিত তমসাৰ গুণগান কৰা এটা বৃহৎ গোষ্ঠী গঠন কৰা। যি জাতিৰেই নহওঁক বীৰভূমিৰ বাসিন্দা হলে তমসাৰ গুণ-গান কৰিবই লাগিব। অৰিন্দমৰ দৃষ্টি নাদৰ পাৰ, মোৰ দৃষ্টি মহাসাগৰৰ

নীলা। দুয়োৰো মাজত পূব-পশ্চিমৰ পাৰ্থক্য। তেনেহ'লে মোৰ মহাসাগৰৰ বুৰবুৰণি নাদত মাৰ যায় কিয় ?

বিশ্বজগতৰ বিস্তৃতি দেখি অৰিন্দম হতাশ হৈছে। কিন্তু আমি হতাশ হোৱাৰ কাৰণ কিটো থাকিব পাৰে। আমাৰ অৱস্থিতি এই জগতৰ বুকুত উঠা ঘূণি বতাহৰ এটি সামান্য ধূলি কণা হব পাৰে কিন্তু মানসিক ক্ষেত্ৰত আমাৰ মনৰ ধাৰণা বহু জীৱনৰ মাজত সোমাই থাকিব পাৰে কিন্তু আমাৰ ভাবৰ বিস্তৃতি মহাসাগৰৰ বিশালতাৰ সমানো হব পাৰে। সেয়ে নিজক মিছাতে ক্ষুদ্ৰ বুলি ভবাৰ দৰে মূঢ়তা একো নাই। বিশ্বজগতৰ বিস্তৃতি দেখি মিছাতে হতাশ হোৱাতকৈ সেই বিস্তৃতিৰ লগত নিজৰ ক্ষুদ্ৰতাক মিলাই দিয়া। তাকে নকৰি বৃহত্তৰ চৌৱে স্পৰ্শ কৰিব নোৱাৰাকৈ ক্ষুদ্ৰতাক ৰক্ষণাবেক্ষণ দিলে কিটো হব ? অথচ অৰিন্দমে বীৰভূমিৰ ভাষা, ধৰ্ম-কৃষ্টি-সংস্কৃতিক এনেদৰেই ৰক্ষণশীলতাৰ দ্বাৰা বান্ধি ৰাখিব খুজিছে। অভিজ্ঞতাৰ নাম পোহৰ। পোহৰৰ একো ধৰা বন্ধা ভাগ নাই। এই পোহৰ জ্যামিতিৰ সূত্ৰ নহয়—ই জীৱন পথত পোৱা জ্যোতি। জীৱনত অৰিন্দমে এতিয়ালৈকে কি পালে নাজানো কিন্তু বিশ্বসভ্যতাৰ পোহৰে মোৰ চকুৰ পোহৰ কাঢ়ি নিছে। সাৰ্বজনীন সমাজৰ স্বপ্নই জাতি আৰু ধৰ্মৰ বান্ধোনে মোৰ কাৰণে হাঁহিৰ খোৰাক হৈ পৰিছে। অৰিন্দমক সহকৰ্মী আৰু সহযাত্ৰী হিচাবে পাম বুলি ভাবিছিলো অথচ নাপালো। এই নোপোৱাৰ বেদনাত মই ভাগি নপৰো। মই কেৱল দুগুণ উৎসাহত অকলে হলেও আগবাঢ়ি যাব লাগিব।

আমনি লগা এটা অতীত।

সেইটো সময়ত আমনি লাগিলেও আজি সুঁৱৰি মোৰ ভাল লাগে। সেইটো অতীতত ফিৰোজা নামৰ এজনী গাভৰু ছোৱালীয়ে কটন কলেজত বিজ্ঞান শাখাৰ ছাত্ৰী আছিল। সহপাঠী বন্ধু হিচাবে পাইছিল বীৰভূমিৰ এজন লাজুক সন্তান অবিনাশ দত্ত। অবিনাশক দেখা পালেই মোৰ যৌৱনক আদিম নাৰী ঈভে কামুৰি দিছিল। কিন্তু আদমৰ সংস্পৰ্শ কিজানি অবিনাশে পোৱা নাছিল। বহুত চেষ্টা কৰিও মই অবিনাশৰ মনৰ মাজত সোমাব নোৱাৰিলো। পুৰুষৰ

চকুৰ দৃষ্টিত গাভৰুৰে লাজতে মুচুকছু যায় কিন্তু মোৰ চাৱনি দেখিহে লাজত মূৰ্চ্ছা যাব লগা হৈছিল অবিনাশ দত্ত। অবিনাশৰ অৱস্থাটো চাই মোৰ হাঁহি উঠিছিল। হাঁহিছিল মোৰ বান্ধৱীসকলে। অথচ পৰীক্ষাত প্ৰথম বিভাগত কৃতকাৰ্য্য হৈছিল অবিনাশ। মোৰ কাষলৈ কোনোদিন নাহিলেও বীৰভূমিৰ ছোৱালী বুলি কিজানি এটা মৰম ভাব আছিল। মেডিকেল কলেজলৈ পঢ়িব যোৱাৰ আগতে সেয়ে মোক সাদৰে মাত লগাই গৈছিল। মেডিকেল কলেজৰ ছাত্ৰ হ'ল অবিনাশ দত্ত। তেওঁৰ প্ৰতি মোৰ ভালপোৱা থাকি গ'ল। আৱশ্যক নাথাকিলেও মই অবিনাশৰ কথা ভাবো। মোৰ কথা কেতিয়াবা ভাবিছিলনে নাই নাজানো কিন্তু সদায় উদাস দৃষ্টিত কিবা ভাবত ভাবি থকা অবিনাশক বহুবাৰ দেখা পাইছিলো। অবিনাশক দেখিলেই মোৰ ভাল লাগে। মুখত চিৰপ্ৰফুল্ল হাঁহি মাৰি অবিনাশক কিবা কম বুলি সাজু হোৱাৰ লগে লগে অবিনাশ কিবা ৰঙা চিঙা পৰি যায়। তেওঁৰ অৱস্থাটো দেখি মোৰ নিজৰে বেয়া লাগে। অবিনাশৰ শান্তিৰ কাৰণে নিজে মই আঁতৰি পৰো। লাজুক ল'ৰাজনক পিছত নেদেখা হলো। শেষত জানিব পাৰিলো লক্ষ্ণৌলৈ চিত্ৰশিল্পী হোৱাৰ মানসেৰে গৈছে হেনো। ক'ত ডাক্তৰ আৰু ক'ত চিত্ৰশিল্পী। বীৰভূমিত ডাক্তৰৰ দাম আছে, শিল্পীৰ দাম নাই। মানৱ সমাজত পিকাচোৰে মূল্যাঙ্কন কৰিছে কেনেদৰে? সাধাৰণ খেতিয়কৰ ল'ৰাই এই অসাধাৰণ স্বপ্ন দেখা পাই কিয়? কষ্টত গঢ়ি উঠা জীৱনটো যাতে সুখৰ সোঁতত পেলাই দিব পাৰে তাৰ বাবে চিন্তা কৰাহে যুক্তিযুক্ত আছিল কিজানি। অসাধাৰণ স্বপ্ন দেখা অবিনাশৰ নতুন গতিয়ে মোৰ মনলৈও পৰিৱৰ্তন আনিলে। এইবাৰ অবিনাশৰ প্ৰতি মোৰ প্ৰেম নাই। তাৰ ঠাইত আহি পালে শ্ৰদ্ধা আৰু ভক্তি। পাহৰি গলো মই যে মুছলমানৰ ছোৱালী। মনলৈ আহিল মই মানুহৰ ছোৱালী। ময়ে সেই সনাতন নাৰী যি নাৰীৰ গৰ্ভত অঙ্কুৰ মেলি সৃষ্টি হৈছে মানৱ সমাজ। ময়ো এখন জাতিহীন, শ্ৰেণীহীন মানৱ সমাজ ৰচনা কৰিম। সকলো পুৰুষ-নাৰীকেই মই এটা জাতিৰ সুঁতাৰে বান্ধি মুক্তমনেৰে অতি মানৱৰ গান গাম।

বীৰভূমিত শিক্ষয়িত্রী হ'লো। স্কুল পৰিচালনা সমিতিৰ সম্পাদক ত্রিশঙ্কুৰ লগত চিনাকি হ'ল। প্ৰথম অৱস্থাত মানুহজনক ভালেই লাগিল। ইমান ভদ্র, ইমান মাৰ্জিত, ভাবি মই আচৰিত মানিলো। শেষত চিনাকিৰ তৃতীয় মাহতে ত্রিশঙ্কুৱে যেতিয়া মোৰ দেহ বিচাৰিলে তেতিয়া তেওঁক ক্ষমা কৰিব নোৱাৰিলো। খঙত একো নাই হৈ পৰিছিলো। ভৰিৰ চেণ্ডেলযোৰেৰে ত্রিশঙ্কুৰ গালমুখত বেইটোমান কোব শোধাই দিম বুলি ভাবিছিলো। কি ভাবি যে সেইটো নকৰিলো আজি মনত নাই। কিন্তু দুষ্ট বুদ্ধিৰে বিকল্প এটা ব্যৱস্থা কৰিছিলো। ত্রিশঙ্কুৱে মোক বিয়া কৰাব পাৰিব নে নোৱাৰে সুধিছিলো। মোৰ কথাষাৰ শুনি কোচখাই গৈছিল ত্রিশঙ্কু।

ঃ ধৰ্ম্ম আৰু সমাজৰ সাধাৰণ বান্ধোনটোকে চিগিবলৈ সাহস নথকা দুৰ্বল কাপুৰুষে মোৰ দেহ স্পৰ্শ কৰিব নোৱাৰে চৌধুৰী। আশাকৰো মোৰ আচৰণত আপুনি বেয়া নাপাব। আপোনাক অভদ্র ব্যৱহাৰ কৰিবলৈ মোৰ ইচ্ছা নাছিল যদিও আপনি মোক বাধ্য কৰালে।

আঁতৰি গৈছিল ত্রিশঙ্কু। এটা শব্দও মুখেৰে উচ্চাৰণ কৰা নাছিল। ভাবিছিলো ত্রিশঙ্কুৰ স্কুলত মই আৰু চাকৰি কৰিব নোৱাৰিম। কিবাকিবি অজুহাত উলিয়াই মোক খেদি দিব। কিন্তু মোৰ ভাবনা সঁচা নহ'ল। মোক খেদি দিয়া দূৰৰ কথা ত্রিশঙ্কুৱে মোৰ চকুলৈকে চাব নোৱাৰাত পৰিল। বেচেৰাৰ অৱস্থাটো দেখি মোৰ পুতৌ জন্মিল।

ইয়াৰ পিছত আহিল অৰিন্দম।

অৰিন্দম অহাৰ পিছৰেপৰা সমাজত নতুন বাতাবৰণৰ সৃষ্টি হ'ল। মানুহজনে প্ৰাণঢালি শিক্ষা দান কৰে। পাঠ্যৰ মাজতে সীমাবদ্ধ নাথাকি কিশোৰ কিশোৰীসকলক নতুন মানুহ হোৱাৰ কাৰণে উৎসাহ দিয়ে। আদৰ্শ মানুহ হব লাগিলে কেনে পদ্ধতিত জীৱনক আগবঢ়াই নিব লাগে তাৰ উপদেশ দিয়ে। ক্ষুদ্রতাৰ গড়ালৰ পৰা টানি আনি বৃহত্তৰ মাজলৈ পঠাব বিচাৰে। অথচ অক্ষিচত ৰহি থকা অৱস্থাত মানুহজনে খুব নিৰৱে থাকে। জিৰণি সময়ত কেৱল

পঢ়াত মগ্ন। পৃথিৱীৰ বিভিন্ন ভাষাৰ বিভিন্ন কিতাপ পঢ়ি মানুহজন প্ৰায়ে ভাবত বিভোৰ হৈ থাকে। ভাবি থকা অৱস্থাত অৰিন্দমক কোনোবা আদিম মনিষী যেন লাগে।

বিয়াৰ প্ৰস্তাৱ দিছিলো অৰিন্দমক।

ব্যৰ্থ্য হ'লো। বিয়াৰ প্ৰতি কোনো আকৰ্ষণ অৰিন্দমৰ নাই। এখন বিয়াই জীৱনৰ অপূৰ্ণতা পূৰ্ণ কৰিব নোৱাৰে। অৰ্থনৈতিক উন্নতি হ'লেহে সামাজিক আৰু মানসিক উন্নতি হোৱা সম্ভৱ। অৰ্থ-নৈতিক দুৰ্গতিয়ে মানসিক ব্যাধিৰ সৃষ্টি কৰে। অগ্ৰগতিৰ পাখি ভাঙি দিয়ে। সভ্যতাকো কোঙা কৰে। এয়া অৰিন্দমৰ মত। অৰিন্দমৰ লগত মই আজিকালি এইবোৰ আলোচনা কৰো। মোৰ মনে বিচৰা সাৰ্বজনীন সমাজ গঠনৰ কোনখিনিত অৰিন্দমৰ লগত মিল আছে সেইটোহে লক্ষ্য কৰো; যিখিনি মিল পোৱা যায় সেই-খিনিতকৈ বেছি আলোচনা মই নকৰো। তাতকৈ বেছি আলোচনা কৰিব গলে সেই আলোচনাই আমাক আনন্দ নিদিব। মই আৰু অৰিন্দমে তেতিয়া আমনিহে পাম।

বীৰভূমি খণ্ডিত হৈছে।

ইয়াৰ অখণ্ডতা অনাৰ চিন্তাত অৰিন্দম ব্যস্ত। টুকুৰা-টুকুৰ হৈ যোৱা সমাজ এখন ময়ো নিবিচাৰো। কিন্তু আমি নিবিচাৰিলেও জানো বিভাজন নোহোৱাকৈ থাকিব? যদি সঁচাকৈয়ে আমি নিবিচাৰো তেনেহলে এই নিবিচৰাটো আঁতৰাই বিচৰাটো পোৱাৰ কাৰণে হাতে কামে আগবাঢ়ি যাব লাগে। সমাজত বাৰু কিয় বিভাজনে দেখা দিয়ে, এই বিভাজন আঁতৰাই সংহতিৰ কাৰণে আমি কি কৰিছো, কি কৰা উচিত সুচিন্তিতভাৱে ব্যৱস্থা কৰিব লাগিব। যদি সংহতিৰ অভাৱ হৈছে তেনেহ'লে ইয়াৰ ব্যৱস্থা কৰিব লাগিব। যদি ভাষা আৰু জাতিৰ সংকীৰ্ণতাই কগ্ন কৰিছে, তাক দূৰীকৰণ কৰিব লাগিব। পৰিস্থিতিৰ ব্যাখ্যা কৰোতেই ব্যস্ত নাথাকি সমাধানহে কৰিব লাগে। নিৰপেক্ষভাৱে বিচাৰ কৰি উদাৰ হৃদয়েৰে দিয়া নিয়া কৰিলে হয়তো ঐক্যভঙ্গ নহ'লহেঁতেন। বীৰভূমিৰ অখণ্ডতা ৰক্ষা কৰা মানে বহু

জাতি আৰু বহু ভাষাৰ অখণ্ডতা ৰক্ষা কৰা, একপক্ষীয়ভাৱে এটা মতত লাগি থাকিলে সৰ্বজন গ্ৰাহ্য কিয় হব ? নিজকে সদায় শুদ্ধ বুলি ভাবি থাকিলে নহয়। আনৰো যে শুদ্ধতা থাকিব পাৰে তাকো মনোযোগেৰে লক্ষ্য কৰিব লাগিব। আকৌ বাহিৰৰ শক্ৰয়ে যদি ঐক্যভঙ্গৰ চেষ্টা চলাইছে তেনেহ'লে সেই শক্ৰক চিনি লৈ তেওঁৰ প্ৰতিক্ৰিয়াই যাতে কাম কৰিব নোৱাৰে তাক জনসাধাৰণৰ মাজত বুজাই দিব পাৰিব লাগিব। কেইজনমান বুদ্ধিজীৱিয়ে যদিও শাসন কাৰ্য্য চলায় তথাপি জনজীৱনক কিছুমান কথা মুকলিভাৱে প্ৰকাশ কৰাৰ প্ৰয়োজন। কিন্তু আমাৰ সমাজত জনজীৱনেও খবৰ নকৰে আৰু জনসমাজৰো খবৰ কৰা নহয়। জনমানসক এৰি জনসমাজ গঠন কৰা অসম্ভৱ। সেয়ে সাৰ্বজনীন সমাজ এখন গঢ়িব নোৱাৰিলে বীৰভূমিৰ অখণ্ডতা কেনেকৈ ৰক্ষা পৰিব ? এই কথাবোৰ অৰিন্দমে জানে নে নাজানে ? যদি জানে তেনেহ'লে মোক সমৰ্থন নিদিয়াৰ কাৰণ বাৰু কি ?

অৰিন্দম, মই দিয়া বিয়াৰ প্ৰস্তাৱটোৰ কাৰণে মোৰ প্ৰতি তুমি সংকোচ আনি নাথাকিবাচোন। সহজ হোৱা অৰিন্দম। মই বিচাৰিছিলো বিশ্ব মানৱৰ সংহতি। বিয়া এই সংহতিৰ এটা পদ্ধতিহে। এই পদ্ধতিটো তোমাৰ ভাল নালাগিব পাৰে, আৰু বহুত পদ্ধতি আছে। মুঠ কথা বাস্তৱসম্মতভাৱে সমাজক ঐক্যতাৰে বান্ধিব নোৱাৰিলে আবেগিক হৈ লাভ নাই—লোৰচ'ন আছে।

আজি ৰত্নেশ্বৰ আগবাঢ়ি আহিছে। ক-চক্ৰান্তকাৰী ৰত্নেশ্বৰে বীৰভূমিৰ ঐক্যভঙ্গ কৰি নিজৰ স্বাৰ্থ পূৰ্ণ কৰাৰ কাৰণে সুৰুঙা চাই আছে। আমাৰ ভিতৰৰ সৰু সৰু অন্ধবিশ্বাসৰ বুকুত তেওঁ সিচি দিবলৈ চেষ্টা কৰি আছে মহা ভুলৰ বীজ। ৰত্নেশ্বৰক বীৰভূমিৰ পৰা দূৰীভূত কৰিবই লাগিব। গোড়ামীৰ পঙ্কিলতাৰে ঢেকা সানি বিশ্বমানৱক লেতেৰা হবলৈ আমি কোনোমতে এৰি দিব নোৱাৰো অৰিন্দম।

অবিনাশৰ মৌনতাৰ আঁৰত কিমান কথা লুকাই আছে ছবিবোৰে প্ৰকাশ কৰে। সাধাৰণ খেতিয়কৰ ল'ৰাই জ্ঞানবৃক্ষৰ গুটি খাই স্বৰ্গ-

ভ্ৰষ্ট হ'ল। ডাক্তৰী জীৱনৰ সুখৰ ঠাইত চিত্ৰশিল্পী হ'ল। এই শিল্পীৰ অন্তৰৰ বেদনাবোৰ দূৰ কৰিবলৈ মই আগবাঢ়ি যাম। পৃথিৱীত মানুহৰ মাত্ৰ এটা ধৰ্মহে থাকিব—মনুষ্যত্ব। ধৰ্মীয় বান্ধোনে আমাক সংকীৰ্ণতাৰ' পিনে আগবঢ়াই নিব নোৱাৰিব।

অবিনাশ, এই সংকীৰ্ণতাৰ ছবি এখন মোক কেনভাচত আঁকি দিয়া। মই জনসাধাৰণক বুজাই কম ধৰ্মতকৈ মানৱতা বহু ওপৰত।

যুগৰ গতিৰ লগে লগে আমি 'থিওৰি'ৰ প্ৰেম-ভালপোৱা, সংহতিত বহু আগবাঢ়িলোঁ। এতিয়া আমি 'প্ৰেক্‌টিকেল'ত আগবাঢ়ি সুন্দৰ হম। সুন্দৰ কৰিম পৃথিৱীৰ ৰং। সুন্দৰ হব ধূসৰ আকাশ।

কিন্তু কেতিয়া? নতুন যুগৰ পুৰুষে মোক জানো সমৰ্থন দিব?

# অবিনাশ ঃ

[ নতুন দিনৰ স্বপ্ন দুচকুত
ডেকা গাভৰুৰ
দুবাহুত শক্তিৰ সঞ্চয়
বাহিৰত কিহৰ আবাও ?
দস্যুদল দুৱাৰ দলিত
সাজু হোৱা দেশৰ মানুহ ।
— দেৱকান্ত বৰুৱা ]

মোৰ কেনভাচত বিশ্ব প্ৰকৃতি বন্দী । সময়ে নিষ্ঠুৰ হাত বুলাই মানুহৰ যি ৰূপৰ সৃষ্টি কৰি আছে সকলো ৰূপকেই মই কেনভাচত বন্দী কৰি থৈছো । ছবি, আৰু কবি সাধাৰণ মানুহৰ দুৰ্বোধ্য হোনো । যদি দুৰ্বোধ্য হয় তাৰ মাজত কি থাকিব পাৰে ? যি সৃষ্টি জনমানসে নাপায় সেই সৃষ্টিৰ সাৰ্থকতা ক'ত ? মই মানুহৰ ছবি আঁকিম । ছবিৰ ভাষাৰে মই কৈ যাম বিশ্ব মানৱৰ ভাষা। ৰং আৰু তুলিকাৰ প্ৰেমত মই আত্মহাৰা । মোৰ হৃদয়ৰ ৰংবোৰ তুলিকাই শেষ কৰিব নোৱাৰে দেখোন ? ইমান ৰং ! ইমান ছবি !! মোৰ দৃষ্টিয়ে দেখা পোৱা নতুন ছবিয়ে মোক উন্মনা কৰে। চকুৰ সন্মুখত মহা প্ৰকৃতিৰ ছবি আৰু মনৰ মাজত ৰঙৰ আকৰ। মানৱ সমাজৰ সকলো দিশৰ ছবিবিলাক আঁকি মই জানো কাহানিবা শেষ কৰিব পাৰিম ?

বীৰভূমিৰ লাজুক সন্তানে এদিন ডাক্তৰ হোৱাৰ মানসেৰে ডাক্তৰী পঢ়িবলৈ গৈছিল। কিন্তু ডাক্তৰ হোৱা নহ'ল। প্ৰকৃতিৰ ৰঙে মোক উন্মনা কৰিলে। ইন্‌জেকচন এৰিলো। হাতত ললো তুলিকা। লক্ষ্ণৌ পালো। প্ৰশিক্ষণ ললো। কিন্তু শিক্ষা শেষ কৰিব নোৱাৰিলো। প্ৰথম কথা দেউতাই মোলৈ ঠিকমতে টকা পঠিয়াব পৰা নাছিল। দ্বিতীয়তে ধৰা বন্ধা নিয়মত মই ছবি অঁকাৰ পক্ষ্য-পাতিও নহয়। বীৰভূমিৰ সন্তান বীৰভূমিলৈ উভতি আহিলো। নতুন পদ্ধতিত মই প্ৰশিক্ষণ আৰম্ভ কৰিলো। মোৰ মূৰৰ ওপৰত নীল আকাশ আৰু চকুৰ সন্মুখত মহাপ্ৰকৃতি। মাতৃভূমিৰ প্ৰতি থকা প্ৰেমে মোক অণুপ্ৰেৰণা যোগালে। জীৱন্ত মাতৃমূৰ্তি হৈ তমসা মোৰ ওচৰলৈ আহিল। মোৰ প্ৰশিক্ষণৰ প্ৰথম চোৱাতে হেনো আঁকিব লাগে বীৰভূমিৰ পূৰ্ণ ছবি।

আঁকি গৈছিলো ছবি।

চাই গৈছিল তমসাই।

প্ৰথমখন ছবিত আছিল বীৰভূমিৰ ভৌগোলিক বৰ্ণনা। নদী, নিজৰা, বনাঞ্চল, সমতল সকলোকে সামৰি মই অঙ্কন কৰিছিলো বীৰভূমিক। দ্বিতীয় ছবিখনত ইয়াৰ পৌৰানিক ঐতিহ্য, বুৰঞ্জীয়ে পাহৰিব নোৱাৰা যশ-কীৰ্তি। ছবি চাই তমসাৰ মুখত হাঁহি বিৰিঙি উঠিছিল। মোৰ চকুৰ পিনে তন্ময় হৈ চাইছিল তমসাই। সেই চাৱনিয়ে যেন কব খুজিছিল--

ঐতিহ্যমণ্ডিত বীৰভূমিৰ বাস্তৱ অতীতটোক তুমি বেচ ধৰি ৰাখিব পাৰিছা অবিনাশ। এই ছবিয়ে বীৰভূমিৰ সকলো সন্তানকে প্ৰেৰণা যোগাব পাৰিব।

ঃ তমসাৰ পিনে মই চোৱা নাছিলো। কিন্তু মোৰ কোঠালৈ তমসা সদায় আহে। মই যেতিয়া তুলিকা হাতত লৈ আঁকি থাকো—মোৰ পাছফালে বৈ চাই থাকে তমসাই। বীৰভূমিৰ বৰ্তমানৰ ছবিখন মোৰ সম্পূৰ্ণ অঁকা হোৱা নাছিল, সুৰমাইঁত আঁতৰি যোৱাৰ কথাটো মই বুজাব খুজিছিলো, তেতিয়াই মই উচুপনিৰ শব্দ শুনি পাছফালে

চাই দেখিলো তমসাক। চকুদুটা তাইৰ সজল হৈ উঠিছে। উচুপি কান্দিছে। এয়া বীৰভূমিৰ পৰা যেন সুৰমা আঁতৰি যোৱা নাই— তমসাৰ বুকুৰ কেঁচা মাংস এটুকুৰাহে আঁতৰি গৈছে।

তমসা, তুমি কান্দিছা ?

তমসাই কথা কোৱা নাছিল। সজল নয়নে মোৰ পিনে চাইছিল। সেই চাৱনিত তাইৰ প্ৰতি মোৰ অন্তৰত সৃষ্টি হৈছিল মৰম প্ৰীতি। বীৰভূমিক ইমান নিবিড়ভাৱে তমসাতকৈ কিজানি আন কোনোৱেই ভাল নাপায়। বেচেৰীক সান্ত্বনা দিবলৈ মই চেষ্টা কৰা নাছিলো। আঁকিছিলো পূৰ্ণ ছবিখন। বীৰভূমিৰ বৰ্তমানৰ সকলো অৱস্থা অঙ্কন কৰাৰ পিছত কৈছিলো--

ঃ তমসা, আমি ভালপোৱা এইখনেই বৰ্তমানৰ বীৰভূমি নহয় জানো ? বীৰভূমি বৰ্তমান কেইটামান টুকুৰা। য'ত তুমি টুকুৰা দেখা নাই তাৰ ভিতৰৰ পিনে যদি সূক্ষ্মভাৱে নিৰীক্ষণ কৰা ; দেখিবা তাতো ফাট মেলিছে।

ঃ এই টুকুৰাবিলাক লগ লগাই আমি কেতিয়াবা এটা গোট হব নোৱাৰিমনে ? যি আঁতৰি গ'ল সি জানো পুনৰ লগ নালাগে ?

ঃ নালাগে। এবাৰ মন ভাগি যোৱাৰ পিছত পুনৰ লগ লগা সম্ভৱ নহয়। মই জানো--বীৰভূমিক তুমি প্ৰাণেৰে সৈতে ভাল পোৱা। জীৱন আৰু যৌৱনৰ প্ৰেম অন্তৰৰ ভিতৰতে মাৰ যাব নোৱাৰে। কৰবাত সি ৰেখাপাত কৰিবই। তোমাৰ প্ৰেম বীৰ-ভূমিৰ মাটি আৰু মানুহৰ ওপৰত। বীৰভূমিক খণ্ডিত কৰা টুকুৰা-বিলাক যেন তোমাৰ হৃদয়ৰ টুকুৰা। তোমাৰ কলিজাখন যেন টুকুৰা-টুকুৰ হৈছে। যন্ত্ৰণাত সেয়ে তুমি ছটফটাই আছা।

ঃ তুমি মোৰ হৃদয়ৰ যন্ত্ৰণা বেচ বুজিব পাৰিছা অৱিনাশ। এই বেদনাৰ পৰা মোক নিষ্কৃতি দিয়া। চোৱাছোন বীৰভূমিৰ অতীতৰ লগত আজি কিমান ভয়লগা প্ৰভেদ। ভৱিষ্যত বাৰু কেনেকুৱা হব বুলি ভাবা ?

ঃ ভৱিষ্যতৰ ছবি আঁকা সহজ কথা নহয়। ভৱিষ্যত সদায় অনিশ্চিত এন্ধাৰত সোমাই থাকে। সান্ত্বনাৰ বাবে মই ভৱিষ্যতৰ ছবি আঁকি নাযাওঁ। যদি পাৰো বৰ্তমানৰ সমস্যা সমাধান কৰিম পৰা এখন ভৱিষ্যতৰ ছবি আঁকিম।

উৎসাহিত হৈ আঁতৰি গৈছিল তমসা। আঁকিছিলো মই ছবি। কালৰ আঘাতত বীৰভূমি ঠানবান হৈ গৈছে। শাসন আৰু শোষণত বীৰভূমিৰ জনসাধাৰণে ত্ৰাহি মধুসূদন সুঁৱৰিছে। সিহঁতৰ চকুত চকুপানী—মুখত নাই কথা। অন্তৰত হেজাৰ বছৰৰ আক্ৰোশ—বাহিৰত কোনো প্ৰকাশ নাই। যেন সুপ্ত হৈ গৈছে আগ্নেয়গিৰি। আৰু কেইদিনমানৰ পিছতেই ই জাগ্ৰত হৈ উঠিব। বীৰভূমিত সিচৰতি হৈ পৰিব কেৱল ধোঁৱা, জুই আৰু ছাই। জুইশিখাৰ মাজে মাজে ধোঁৱাৰ কুণ্ডলি ঠেলি ঠেলি,ছাইবোৰ গাত সানি তমসা আগবাঢ়ি যাব। আগ্নেয়গিৰিৰ ছাইবোৰে তমসাৰ মুখত কলা ৰং সানি দিব। ধোঁৱা বৰণীয়া ৰঙে তমসাৰ সেউজীয়া কাপোৰত লাগি ধূসৰ কৰি তুলিব। শান্ত তমসাজনীক জুইৰ লেলিহান শিখাবোৰে একুঁৰা জ্বলা জুইলৈ পৰিবৰ্তিত কৰিব। তমসা যেন তমসা নহয়—জুই জ্বলা লাভা। পুৰি শেষ হব বীৰভূমিৰ শোষকৰ দল। পুৰি ছাই হব বীৰভূমিৰ দালালৰ দল। সকলোকে পুৰি তমসাই ছাই কৰিব। সেই ছাইবোৰ গোটেই গাত সানি তমসাৰ উজ্জ্বল ৰং কৰিব আউসী কলা। বীৰাঙ্গণা গাভৰু তমসাই চকুপানী সামৰি যেন কব--

ঃ চোৱা দেশবাসী, তোমালোকৰ মাজত দেখা দিয়া শোষক গোষ্ঠীয়ে মোক কি ৰূপ লবলৈ বাধ্য কৰালে ? তেওঁলোক আজি নাই। দেশৰ হাজাৰ হাজাৰ নিৰ্বোধ অসহায় জনসাধাৰণক ৰক্ষা কৰাৰ বাবে মই তেওঁলোকক পুৰি মাৰিলো। এতিয়া তোমালোকে হাঁহিব পাৰিবা। বৈষম্যতা এতিয়া নাই। হাই-কাজিয়া এতিয়া নাই। কৰ্ম্মমুখী হৈ তোমালোকে এতিয়া নতুন বীৰভূমি ৰচনা কৰা। মোৰ দেহত যিবোৰ কলা ৰং দেখিছা এইটো মোৰ আচল ৰং নহয়। এইবোৰ বীৰভূমিৰ কু-সন্তানক পোৰা ছাইৰ ৰং।

সিহঁতৰ পোৱা ছাইবোৰ যদি বীৰভূমিৰ মাটিত পেলোৱা হয় ৰক্তবীজৰ দৰে হয়তো আকৌ নতুন শোষকৰ জন্ম হব পাৰে সেয়ে মই নিজৰ গাত সানি লৈছো। তোমালোকে তমসাৰ ৰূপৰ পিনে নাচাবা। বীৰভূমিৰ ঐতিহ্যৰ পিনে চোৱা। ৰূপৰ বৰ্ণনাত শতমুখ হৈ থাকোতে বীৰভূমি টুকুৰা-টুকুৰ হৈছিল, গুণগত কথাবোৰ পাহৰি গৈছিল। ৰূপ হৈছে সাময়িক আবেগৰ ঢৌ--গভীৰতা গুণৰ মাজতহে পাবা।

বীৰভূমিৰ বীৰাঙ্গনা মাতৃৰূপত তমসাৰ এই ছবিখন আঁকি মোৰ ভাল লাগিল। গোটেই বীৰভূমিত নৈতিকতাৰ যি পতন, জন-মানসৰ মাজত যি স্খলন তাক মষিমূৰ কৰাৰ কাৰণে, মানুহৰ মাজত সঁচা জাগৰণ অনাৰ কাৰণে সকলোৰে মুখত দিলো মই বিপ্লৱৰ ভাষা--বন্দে মাতৰম্‌। বন্দুকৰ বিৰুদ্ধে মই মহাত্মাৰ প্ৰেমৰ অস্ত্ৰ তুলি নিদিলো; মই দিলো বন্দুক।

ভৱিষ্যতৰ ছবিখন বহু সময় তমসাই নিৰৱে চাইছিল। মোৰ পিনে চাই হাঁহিছিল। এটা সেঁতা হাঁহি।

ঃ তোমাৰ কল্পনাক মই জানো বাস্তৱ কৰিব পাৰিম অবিনাশ?

ঃ পাৰিবা তমসা। তুমি এই ৰূপটো এদিন ধৰিবই লাগিব। যুগে যুগে নাৰীয়ে পুৰুষ সমাজৰ অত্যাচাৰ সহ্য কৰি আহিছে। নাৰীক সকলো প্ৰকাৰে পুৰুষে শোষণ কৰিছে তাৰ সলনি নাৰীয়ে কেৱল প্ৰেমহে বিলাইছে। তুমি এই নাৰীসকলক জগাই তুলিব লাগিব। বীৰ-ভূমিৰ আধা মানুহক ৰান্ধনি ঘৰত বন্দী কৰি থৈ বিলাসৰ পণ্য দ্ৰব্য সজোৱাৰ ফলত শক্তিৰ অৱনতি ঘটিছে। পূৰ্ণ শক্তি সঞ্চয় কৰি আমাৰ ঘৰৰ ভিতৰত থকা শত্ৰুক প্ৰথমতে আমি কৰিব লাগিব বজ্ৰ আঘাত।

ঃ অবিনাশ।

ঃ সীতাক ৰাৱণে চুৰি কৰি নিছিল। ৰাক্ষস কুল নিপাত কৰাৰ কাৰণে ৰামৰ প্ৰয়োজন আছিল। কিন্তু শতস্কন্ধ ৰাৱণক ৰাম নাইবা তেওঁৰ সৈন্যদলে বশ কৰিব নোৱাৰিলে। সেয়ে সীতাই

লৈছিল ডাইনী ৰূপ। শতস্কন্ধ ৰাৱণক ধ্বংস কৰিছিল। চূড়ান্ত আঘাত হনাৰ সময়ত নাৰী পুৰুষ লগ হৈ আগবঢ়াৰ উদাহৰণ উপ-নিষদৰ দিনৰে পৰা আছে তমসা।

শান্ত হৈছিল তমসা। গভীৰ চকুযুৰিৰে মোক সুধিছিল—

ঃ সীতাই পাৰিছিল। কিন্তু মই জানো পাৰিম ?

ঃ পাৰিবা। অৰিন্দমে মাতৃ বন্দনাৰে যি শিক্ষা আৰম্ভ কৰিছে সেই শিক্ষাৰে শিক্ষিত হোৱা কিশোৰ-কিশোৰীইঁত যেতিয়া ডেকা-গাভৰু হব তেওঁলোকে মোৰ এই ছবিৰ মুখত ভাষা দিব। মাতৃৰ বীৰ সন্তানে মাতৃভূমিৰ লাঞ্চনা, জন্মভূমিতেই থাকি অনাহাৰী হোৱাৰ বেদনা সহ্য নকৰে। এটা শ্ৰেণীয়ে আমাৰ জীৱন কটোৱা সহ্য নকৰে। আগ্নেয়গিৰি জ্বলি উঠিব। সিহঁতক প্ৰতিনিধিত্ব কৰিবলৈ তুমি তেতিয়া ৰূপ ধৰিবা জুই জ্বলা লাভা। মুখত থাকিব তোমাৰ শোষণকাৰীক পুৰি শেষ কৰা আউসী কলা ৰং। তমসাৰ ছবিখন তেতিয়া বেচ ভাললগা হব।

কথাষাৰ কৈ মই হাঁহিছিলো। আচলতে আপোনা-আপুনি স্বতঃস্ফূৰ্ত আনন্দৰ হাঁহি মোৰ মুখত বিৰিঙি উঠিছিল। তমসাই হঁহা নাছিল। মোৰপৰা বীৰভূমিৰ অতীত বৰ্তমান আৰু ভৱিষ্যতৰ ছবি তিনিখন লৈ গৈছিল।

গতানুগতিক মই ছবি আঁকি গৈছিলো।

মোৰ ওচৰলৈ কোনো অহা নাছিল। অহা নাছিল তমসা। অহা নাছিল অৰিন্দম নাইবা ফিৰোজা। অথচ তেওঁলোকে প্ৰায়ে মোৰ ওচৰলৈ অন্ততঃ এবাৰ আহে। এই বহুদিন নহাৰ কাৰণ কি মই একো বুজিব পৰা নাছিলো। মনটো উচপিচাই উঠিছিল। তুলিকাৰ গতি মন্থৰ হৈছিল।

ঃ তমসা এদিন তুমি মোক শিল্পী হবলৈ উদগাইছিলা। মহা-প্ৰকৃতিৰ সকলো ৰূপ মই কেনভাচত বন্দী কৰিম বুলি এদিন প্ৰতিজ্ঞা কৰিছিলো। ভাবিছিলো, বীৰভূমিৰ মাটিত মই আকাশৰ ঔদাৰ্য্যৰে

আঁকি যাম বিশ্ব প্ৰকৃতিৰ খেলা। তুমি প্ৰথমতে মোক বীৰভূমিৰ ছবিহে আঁকিব দিলা। বীৰভূমিৰ বৰ্তমানৰ সমস্যা সমাধানৰ কাৰণে মোৰ শিল্পী প্ৰাণে তেজৰ সলনি তেজ বিচাৰিলে। সমাজৰ উৎকৰ্ষ সাধন কৰাৰ কাৰণে মই অস্ত্ৰৰ খেলৰ ছবি আঁকিছিলো। জানো এয়া অমানৱিক। তথাপি ভাবিলো বৃহত্তৰ মানৱতাক ৰক্ষা কৰাৰ কাৰণে কেতিয়াবা আমি অমানবিক কাৰ্য্যও পৰিস্থিতি সাপেক্ষ্যে কৰিব লগীয়া হয়।

ভাবিছিলো, এই কথাবিলাকেই মই তমসাৰ লগত আলোচনা কৰিম। কিন্তু তমসা মোৰ ওচৰলৈ নাহিল। মনলৈ কিছুমান সন্দেহ আহিল। তমসাই বাৰু কৰবাত মোক বেয়া পালে নেকি? নাৰীৰ নাম হেনো ছলনা। কিন্তু তমসাই মোৰ ওচৰত ছলনা কৰিব কিয়? জীৱন ভৰি তমসাই কান্দিছে। ছলনা কৰিব শিকিলে তমসাই হাঁহি হাঁহি জীৱনৰ গান গাব পাৰিলেহেঁতেন। কিন্তু তমসা সদায় সহজ। সত্য, ন্যায় আৰু পৰোপকাৰত বিশ্বাস ৰাখি জীৱনত তমসাই কষ্ট পাইছে। তমসাৰ কষ্ট দূৰ কৰাৰ কাৰণে ফিৰোজাই যৌৱনৰ মাদকতা পাহৰি নিষ্ঠুৰ বাস্তৱৰ লগত জীৱন উছৰ্গা কৰিছে। মোৰ ছবিৰ মানুহৰ মুখত ভাষা দিয়াৰ কাৰণে বাস্তৱ-সম্মতভাৱে নতুন মানুহ গঢ়াত লাগিছে। এনেস্থলত তমসা মোৰ ইয়ালৈ অহা নাই কিয়?

ভাবিছিলো। কিন্তু একো জানিব নোৱাৰিলো। এদিন মই নজনা কথাটো জীৱনে কৈছিল। বীৰভূমিত তমসাৰ এটা বদনাম উঠিছে। তমসাই হেনো মোক ভাল পায়। কথাষাৰ শুনি মই হাঁহিছিলো। বীৰভূমিৰ মানুহৰ সাধাৰণ বিচাৰ বুদ্ধিখিনিও নোহোৱা হ'ল নেকি? তমসাই মোক ভালপোৱাটো কিবা দোষৰ কথা নেকি? আমি প্ৰত্যেকে ভাল পাওঁ। প্ৰেম স্বৰ্গীয় জ্যোতি। এই জ্যোতিৰ পোহৰ যাৰ অন্তৰত বিকিৰণ হয় সেয়ে প্ৰেমৰ কথা অনুভৱ কৰিব পাৰে। ভাল পাব পাৰে। ভালপোৱাটো একো দোষৰ কথা নহয়। অথচ এই ভালপোৱাটোকে দোষ বুলি ভাবি বীৰভূমিৰ কিছুমানে তমসাৰ বদনাম ৰটিছে। লাজ.ত কিজানি তমসা মোৰ ইয়ালৈ

আহিব পৰা নাই। কিন্তু কিয়? নজনা মানুহৰ কথাৰ ওপৰত তমসাৰ দৰে বুজা ছোৱালী এজনীয়ে ইমান গুৰুত্ব দিছে কিয়? তমসাই ভালপোৱা যুৱকজন অবিনাশ দত্ত হব পাৰে, অৰিন্দম হাজৰিকা হব পাৰে আৰু বহুতো নাম নজনা কোনোবা হব পাৰে। তমসাৰ যাকে মন যায় তাকেই ভালপাব পাৰে। ভালপোৱাটো তমসাৰ ব্যক্তিগত স্বাধীনতা। এইটো সামাজিক প্ৰেম নহয়—ব্যক্তি প্ৰেম। ইয়াত আনৰ মাত মতাৰ কাৰণ কি থাকিব পাৰে?

কথাষাৰ ভাবি মোৰ হাঁহি উঠিছিল।

তুলিকা সামৰি মই নিজে তমসাৰ ওচৰলৈ গৈছিলো।

ঃ আহা অবিনাশ।

হাঁহি হাঁহি তমসাই মোক আদৰণি জনাম বুলি ভাবিছিল। কিন্তু হাঁহিটো ফুটি নুঠিল। সেই হাঁহিৰ ভঙ্গিমাত মই এটা কৰুণতাহে দেখা পালো।

ঃ তুমি কেইদিনমান মোৰ তালৈ যোৱা নাই কিয়? কিবা এৰাব নোৱাৰা কামত ব্যস্ত আছা?

পাতনি নোহোৱাকৈ, কোনো প্ৰসঙ্গৰ অৱতাৰণা নকৰাকৈ সুধিলো। তমসাই মোৰ চকুলৈ চালে। চাৱনিত নিৰাশা।

ঃ আমাৰ সমাজ মনৰ উন্নতি নহবই নেকি অবিনাশ?

ঃ প্ৰশ্নটো আগতে নিজকে কৰা। জানা, প্ৰথমতে নিজৰ মনৰ উন্নতি কৰিবলৈ চেষ্টা কৰা। আমাৰ মনৰ ঐশ্বৰ্য্য থাকিলে সমাজৰ দাৰিদ্ৰই শেষ কৰিব নোৱাৰিব।

ঃ মই যে নাৰী।

ঃ নাৰী শক্তিদায়িনী। প্ৰেৰণা-দাতৃ। নিজকে সদায় দুৰ্বল বুলি নাভাবিবা। মই শুনিছো, তোমাক আৰু মোক লৈ সমাজত কিছুমান শ্ৰুতিকটু মন্তব্য উঠিছে। মই এই মন্তব্যৰ ওপৰত কোনো গুৰুত্ব দিয়া নাই। গুৰুত্ব দিয়া বাবে তুমি ভাগি পৰিছা। দুৰ্বলতাৰ নাম প্ৰগতি নহয়, মৃত্যু।

ঃ অবিনাশ।

ঃ তুমি বীৰ ভূমিৰ জ্বলিত লাভা। তোমাৰ দেহত দুৰ্নীতি, শোষণ আৰু অত্যাচাৰীৰ পোৰা ছাইৰ ৰং। কিন্তু আজি দেখিছো শত্ৰুক তুমি পুৰিব পৰা নাই। তুমি নিজৰ দেহত জুই জ্বলাইছা। নিজক পুৰি তুমি এঙাৰ কৰিছা। মই ভালপোৱা নাই।

ওলাই অহা কান্দোনটো চেঁপি ৰাখিছিল তমসাই। কিবা এটা উত্তেজনাত ফোপাইছিল। সমগ্ৰ দেহটো কঁপিছিল। উত্তেজিত কণ্ঠেৰে কৈছিল—

ঃ মই পাৰিম অবিনাশ। তোমাৰ ভৱিষ্যতৰ ছবিখনক মই বাস্তৱত ৰূপ দিব পাৰিম। সীতাই যেনেকৈ শতস্কন্ধ ৰাৱণক নিৰ্মূল কৰিছিল, দ্ৰৌপদীয়ে যেনেদৰে খটাসুৰক বধ কৰিছিল ময়ো বীৰভূমিৰ সকলো ৰাৱণ আৰু খটাসুৰক বধ কৰিম। আবেগক চেঁপি চেঁপি মই হম বীৰাঙ্গনা। সহ্যৰ এটা সীমা আছে। ধৰ্য্যৰ শেষ শেষৰূপ জড়তা। মই জড় হব নিবিচাৰো, বীৰাঙ্গনা হম।

তমসাৰ কোঠাত বহি থকা নাছিলো।। আঁতৰি আহিছিলো। ইয়াৰ পিছতে শুনিছিলো বিকাশৰ অপকৰ্মৰ কথা আৰু তমসাৰ বীৰাঙ্গনা ৰূপৰ প্ৰথম দৃশ্য। মনলৈ আশা আহিছিল। শিল্পীৰ ঠাইত মই যেন সমাজ সেৱকৰ ভূমিকাহে লৈছিলো এনে এটা ভাবে মোক প্ৰায়ে উন্মনা কৰিছিল।

আজিৰ সমাজত গাভৰু এজনীয়ে ডেকা ল'ৰাৰ লগত মনৰ কথা মুকলিভাৱে কব নোৱাৰে। যুৱক এজনে এজনী গাভৰুৰ লগত নিঃসঙ্গভাৱে প্ৰাণৰ কথা আলোচনা কৰিব নোৱাৰে। হেজাৰ চকুৰ চাৱনিৰে সমাজে চাই থাকে। এই চাৱনিত থাকে সাত সাগৰ মন্থনৰ হলাহল। সমালোচনত ক্ষুৰধাৰৰ চোকা অস্ত্ৰ। ইয়াৰ পৰা যুৱক যুৱতীয়ে হাত সাৰি য'ব নোৱাৰে। ডেকা গাভৰুৰ মাজত অবাধ মিলাপ্ৰীতিৰ কাৰণে সমাজে যিমানে হেঙাৰৰ সৃষ্টি কৰিছে সিমানে যুৱক আকৰ্ষিত হৈছে গা'ভৰুৰ পিনে, গাভৰু আকৰ্ষিতা হৈছে যুৱকৰ পিনে। ক্ষণিক মিলনে মনৰ কৌতুহল বৃদ্ধি কৰে।

বহুসময়ৰ প্ৰস্তুতি যেন কেইমিনিটমান সময়ৰ ভিতৰতে কৈ দিব। বাধাৰ প্ৰাচীৰে ডেকা গাভৰুৰ মন উত্তেজিত কৰে। বিদ্ৰোহী কৰে। এই বিদ্ৰোহ বহুসময়ত মাতি আনে সামাজিক অপৰাধ। চৰিত্ৰৰ স্খলন হয়। সমাজ মানসিক ৰোগত আক্ৰান্ত হৈ পৰে। মানুহৰ মুখৰ হাঁহিবোৰ তেতিয়া কৃত্ৰিম হয়। তমসাৰ অন্তৰতো প্ৰেম আছে। এজনী গাভৰুৱে নিৰ্ভৰ কৰিব পৰা যুৱক এজনক ভাল পোৱাটো চৰিত্ৰৰ স্খলন নহয়। এজন যুৱকে বুজন গাভৰু এজনীক হৃদয়ৰ কথা কোৱাটো একো অপৰাধৰ কথা নহয়। অথচ সমাজে ইয়াক অপৰাধ বুলি ভাবে। ভাবি আহিছে। সেয়ে তমসাৰ দৰে শান্ত ছোৱালী এজনীয়ে দাইনী ৰূপ লোৱাৰ কাৰণে কুণ্ঠাবোধ কৰানাই। সমাজত থকা ৰাৱণ খটাসুৰ সকলক নিধন কৰি তমসা হব বীৰাঙ্গনা।

খুব সুন্দৰ হৈছে।

এজনী তমসাই সমাজত সৃষ্টি কৰিব বহুজনী তমসাৰ। এজনীৰ হৃদয়ৰ আক্ৰোশৰ মুকলি প্ৰকাশে হেজাৰজনীক উৎসাহ দিব। সমাজৰ দস্যু তেতিয়া নিৰৱ হব নাইবা দস্যুৰ লগত হব সংঘৰ্ষ। এই সংঘৰ্ষ সৃষ্টিৰ কাৰণেই মই আঁকিছো বীৰভূমিৰ অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ ছবি। অতীতৰ বল-বীৰ্য্যৰ প্ৰেৰণাৰে বৰ্তমানৰ দানৱ ধ্বংস কৰি ভৱিষ্যতৰ মানৱ সমাজে শান্তিভৰা সংসাৰ ৰচনা কৰক। সুখভৰা পৃথিৱীত নতুন আশা লৈ জীয়াই থাকক।

অথচ মই শিল্পী।

শিল্পীৰ হৃদয় হেনো সহানুভূতিৰে ভৰা। ধ্বংসৰ কথা শিল্পীয়ে চিন্তা নকৰে। শিল্পীৰ চিন্তা সৃষ্টিৰ চিন্তা। তেনেহ'লে শিল্পীৰ যি স্বাভাৱিক ধৰ্ম তাৰপৰা মই আঁতৰি আছো নেকি? কোনে কৈছিল আজি ঠিক মনত নাই কিন্তু শিল্পীৰ বৰ্ণনা এটা কোনোবাই দিয়া ৰিণিকি ৰিণিকি মনত পৰে। কৈছিল---শিল্পী হব লাগিলে মনটো হেনো হিমালয়ৰ চূড়াতকৈও হব লাগে বেছি উচ্চ, প্ৰশান্ততকৈও গভীৰ, আটলাণ্টিকতকৈও বিশাল আৰু আকাশৰ দৰে উদাৰ। তেনেকুৱা উদাৰ মনৰ শিল্পী পৃথিৱীত কোনোবা জানো আছে?

ঃ পল ৰবচন, পিকাচো, ভিন্‌চেন্ট, তোমালোকে জানো এনেকুৱা শিল্পী হ'বৰ বাবেহে লগ পাইছা ? মইতো এনে মহান শিল্পী হব নোৱাৰো। মোৰ দৃষ্টি মানৱ সমাজৰ সত্য, শিৱ আৰু সুন্দৰ। সমাজৰ দস্যু-সকলে লগ লাগি সত্য, শিৱ আৰু সুন্দৰক ধ্বংস কৰিবলৈ অহা দেখি ইয়াৰ ৰক্ষাৰ বাবে মই ধ্বংসৰ ছবি আঁকিছো। ধ্বংসৰ কাৰণে নহয়, শ্মশান সাঁজিবলৈ নহয়---সত্যক ৰক্ষাৰ বাবে। শিৱ আৰু সুন্দৰক ৰক্ষাৰ বাবে। সমাজৰ দুৰ্য্যোধনসকলৰ কঁকাল ভাঙিলে দুঃশাসনসকলৰ ৰক্তপান কৰিলে মোৰ জানো ভুল হব পিকাচো ? ধ্বংসৰ ছবি তুমি জানো কেতিয়াবা আঁকিছিলা ?

অন্তৰত মোৰ প্ৰেম আছে। ভালপোৱা আছে। মানুহৰ প্ৰেম, ভালপোৱা, হাঁহি আৰু আনন্দ এটা শ্ৰেণীয়ে শোষণ কৰিলে শিল্পী প্ৰাণে কান্দে। কান্দি কান্দি বহি নাথাকি এই শোষণক বাধা দিয়াৰ কাৰণে শিল্পী হয় বিদ্ৰোহী। এই বিদ্ৰোহ হৃদয়ৰ বিদ্ৰোহ। নাগাচাকি আৰু হিৰোচিমাৰ নিষ্ঠুৰতাই এই বিদ্ৰোহ দমন কৰিব নোৱাৰে। যুগে যুগে সুন্দৰক অসুন্দৰে ধ্বংস কৰিবলৈ চেষ্টা চলাইছে। শিল্পী শ্ৰেণীটোৱে সুন্দৰক ৰক্ষা কৰিবলৈ জীৱন আহুতি দিছে। জনতাক জাগ্ৰত কৰিছে। ময়ো বীৰভূমিৰ জনতাক এই শোষণ আৰু অন্যায়ৰ বিৰুদ্ধে জাগ্ৰত কৰি তুলিছো। বীৰভূমিৰ সৌন্দৰ্য্য ধ্বংসকাৰীক মই ক্ষমা নকৰো। বীৰভূমিৰ সুন্দৰক ভালপাওঁ বাবেই মই অসুন্দৰৰ বংশ ধ্বংস কৰিম। শিল্পীৰ ধৰ্ম মই ভঙ্গ কৰা নাই বৰং যুগে যুগে শিল্পীয়ে কৰা কাৰ্য্যক অনুসৰণহে কৰিছো। শিল্পীৰ অন্তৰ প্ৰেমৰ আঁকৰ। প্ৰত্যেক শিল্পীয়ে নিজৰ অন্তৰৰ প্ৰেমত মুগ্ধ। আমি আচলতে আনৰ প্ৰেমত নপৰো। প্ৰেমৰ উপলব্ধি আমাৰ যিমান গভীৰ প্ৰেমো সিমান গভীৰ। আমি নিজৰ প্ৰেমৰ গভীৰতা অনুপাতে অন্ধ হৈ পৰো। বাহিৰৰ কিবা এটা অৱলম্বনক কেন্দ্ৰ কৰি আমি প্ৰেমত নিমজ্জিত হৈ পৰো। তমসাৰ প্ৰতি মোৰ প্ৰেম আছে। তমসাৰ প্ৰতি থকাটো মোৰহে প্ৰেম---তমসাৰ নহয়। মোৰ হৃদয়ত মই মোৰ প্ৰেমহে অনুভৱ কৰো। অৱলম্বনটো তমসাক কেন্দ্ৰ কৰিও হব পাৰে নাইবা সেইজনী নহৈ ফ্ৰিৰোজাও হব পাৰে।

ফ্ৰিৰোজা ।

মোৰ কাৰণে ফ্ৰিৰোজা এটা সাঁথৰ। সমগ্ৰ মানৱ জাতিকেই ভাল পাব পৰা ফ্ৰিৰোজাৰ এখন অন্তৰ আছে। ফ্ৰিৰোজাই মোৰ প্ৰেমৰ উপলব্ধিক জগাই তুলিব বিচাৰিছিল। কিন্তু তেতিয়া মোৰ প্ৰেম শুই আছিল। নাইবা জৈৱিক বাসনাকে প্ৰেম বুলি ভবা শ্ৰেণীটোৰ প্ৰেমৰ পটন্তৰে মোক ভয় খুৱাইছিল। ডেকা-গাভৰুৰ অন্তৰত যেতিয়া স্বৰ্গীয় প্ৰেমৰ পোহৰ পৰে তেতিয়া জৈৱিক বাসনা হয় গৌণ। মুখ্য বস্তু অন্তৰৰ স্বৰ্গীয় প্ৰেমহে। ফ্ৰিৰোজাক মই নিৰাশ কৰিলোঁ। কিন্তু ফ্ৰিৰোজাৰ কথা কেতিয়াবা মনত পৰিলে অন্তৰত ভীতিৰ সৃষ্টি হয়। তাইৰ চকুযুৰি বাৰু কিয় ইমান মোহনীয় হ'ল? এয়া তাইৰ ৰূপৰ সৌন্দৰ্য্য নে মোৰ দৃষ্টিৰ সৌন্দৰ্য্য? ভাবি কেতিয়াবা মই নিজকে পাহৰি যাওঁ। সেয়ে ডাক্তৰি পঢ়িবলৈ এৰি অনন্ত সৌন্দৰ্য্যক উপলব্ধি কৰিব পাৰিম বুলি শিল্পীৰ তুলিকা ললো।

তমসা আহিল।

মই চিনি পোৱা তমসাজনী চিৰযৌৱনা। বয়সৰ আঁচোৰ তমসাৰ দেহত নপৰে। বীৰভূমিৰ আশীৰ্বাদে তমসাক চিৰগাভৰু কৰি ৰাখিছে। তমসাক ভালপোৱাটো এটা গৌৰৱৰহে কথা। তাইৰ প্ৰতি মোৰ প্ৰেমজনিত শ্ৰদ্ধা আছে। ইয়াতে পৰশ্ৰীকাতৰসকলে কিবা লক্ষ্য কৰিছে। শ্ৰুতিকটু মন্তব্য কৰিছে। জৈৱিক বাসনাকে প্ৰেম বুলি ভবাসকলে ইয়াতে আমাৰ মাজত বিচাৰি পাইছে জৈৱিক বাসনাৰ গোন্ধ। এটা একেবাৰে সজা কল্পনা। জীয়া ফাঁকি। দেৱী বুলি পূজা কৰা তমসাৰ লগত জৈৱিক বাসনা চৰিতাৰ্থ কৰাৰ কথা মই কোনো দিনে নাভাবো। কিজানি বীৰভূমিৰ কোনো সু-সন্তানে ভাবিব নোৱাৰে। এনেস্থলত এই মন্তব্য বাৰু কিয়? অথচ গাঁৱে নগৰে সজীয়া বেশ্যালয়লৈ কত ভদ্ৰ মানুহ অহা যোৱা কৰে তালৈ কাৰো লক্ষ্য নাই। কিমানজন সমাজৰ শিৰোমণিৰ ধুনীয়া ফ্লেটত বেশ্যা বহি থাকে—তাৰ সমালোচনা কৰা কিন্তু শুনা নাযায়। ভাল বুলি নাম থকা ভদ্ৰ মানুহে গণিকা

এজনীক মতৈৰত তুলি নিয়াটো আজিৰ সমাজৰ নিয়ম। তাত কোনো এজনৰে কবলগা একো নাথাকে। মাত্ৰ তমসা কিয় শিল্পী অবিনাশ দত্তৰ ওচৰলৈ যায় সেইটোহে চিন্তাৰ বিষয়। সমাজৰ এই মানুহ-বিলাকে বাৰু কিয় নুবুজে, আকাশৰ নীলাৰ লগত অবিনাশৰ চকু মিলি হৈ পৰিছে অন্ধ। পৃথিৱীৰ সেউজীয়া ৰঙে কাঢ়ি নিছে তাৰ চকুৰ পৰা জৈৱিক বাসনাৰ ৰং। আৰৌ তমসা? বীৰভূমিৰ কেঁচা মাটিৰ গোন্ধত তমসাৰ হৃদয় উন্মনা হয়। বীৰভূমিৰ বেদনাৰ দীৰ্ঘ নিশ্বাসে তমসাৰ চকুৰ টোপনি কাঢ়ি নিয়ে। এইজনী তমসাৰ অন্তৰ সমষ্টি প্ৰেমৰ ৰশ্মিৰেখাৰে জ্যোতিষ্মান। ব্যক্তি প্ৰেমৰ পূজা তমসাই কোনো-দিন নকৰে। তেনেস্থলত তমসাৰ কুৎসাৰতনা কৰাৰ অৰ্থ ক'ত? তমসা আৰু মোৰ মাজৰ যি বন্ধুত্ব ইয়াক সমাজে স্বীকৃতি দিব নোৱাৰে নেকি? কিন্তু কিয়? যুগে যুগে শিল্পীয়ে সমাজ মনৰ উন্নতিৰ কাৰণে চেষ্টা কৰিছে। কিন্তু সমাজে প্ৰথম আঘাত তেওঁলোককহে কৰে। অথচ ঘোচখোৰ, ধনিক শ্ৰেণীটোৱে দিনে দিনে সমাজক শোষণ কৰি নৰকঙ্কাল সঁজাইছে, শ্মশানৰ দ্বাৰ উন্মোচন কৰিছে, তথাপি সমাজে তেওঁলোকক পূজা কৰে, তেওঁলোকৰ গুণ-গান কৰে। যিয়ে সমাজৰ কাৰণে ত্যাগ কৰা একোনাই তেওঁলোকে পায় আশীৰ্বাদ আৰু ফুলৰ মালা আৰু যিসকলে সমাজৰ হৃদয়ৰ উপলব্ধি কৰি মানসিক উৎকৰ্ষৰ কথা চিন্তা কৰে তেওঁলোকে হয় অভিশপ্ত। ফুলৰ মালাৰ ঠাইত সমাজে দিয়ে গৰিহনা। এই ভীষণ বৈপৰীত্যৰ কাৰণে শিল্পী জাগ্ৰত হয় নে জগাই তোলে? শিল্পীয়ে বিদ্ৰোহ কৰে নে শিল্পীক বিদ্ৰোহী সজায়? পৃথিৱীৰ মানুহে জানো জন্মৰ লগে লগে বিদ্ৰোহী হৈ জন্ম গ্ৰহণ কৰে? অন্তৰৰ সৰলতাক বাৰে বাৰে প্ৰতিষ্ঠা কৰিব গৈ যেতিয়া ব্যৰ্থ্য হয়, তেতিয়া মানুহে ধৈৰ্য্য ধৰি নাথাকে বিদ্ৰোহী হয়। এনেদৰে বিদ্ৰোহীৰ জন্ম হৈ আছে। হেজাৰ হেজাৰ সৰল অন্তৰ ডাগি-চিগি চূড়মাৰ হৈ তাৰ ঠাইত হিংসা আৰু জুইৰ সৰ্বগ্ৰাহীৰূপ প্ৰকট হৈ উঠিছে।

মই বিদ্ৰোহী নহয়—সত্যৰ সাধক। সুন্দৰৰ পূজাৰী। মঙ্গল বহন কৰা দূত। তমসাৰ অনুৰোধক্ৰমে ম বীৰভূমিৰ ছবি আঁকিলো।

মোৰ ছবি চায় যিয়ে যি প্ৰেৰণা পায় পাওঁক। আনৰ প্ৰেৰণা যোগোৱাৰ কাৰণে ঠিক মই ছবি অঁকা নাই। মই ছবি আঁকিছো নিজৰ প্ৰৰণাত। বীৰভূমি মোৰ জন্মভূমিৰ। মোৰ মাতৃভূমিৰ ছবিখন আঁকিবলৈ মোক দেশপ্ৰেমৰ প্ৰেৰণাই অনুপ্ৰাণিত কৰিছে। তমসাৰ অনুৰোধ মোৰ প্ৰেৰণাৰ প্ৰতি এটা সমৰ্থনহে। মোৰ ছবি কোনোবাই বুজি পাওঁক বুলি মই ছবি অঁকা নাই। মোৰ মানস দৃষ্টিয়ে দেখা পোৱা ৰূপৰাশিহে তুলিকাৰে ধৰি ৰাখিছো। এই ধৰিৰখাতেই মোৰ তৃপ্তি। কোনো এটা সৌন্দৰ্য্যই মোক ফাঁকি দি আঁতৰি যাব নোৱাৰে। কোনো এটা সমস্যাকে মই উলাই কৰিব নোৱাৰো। সকলো মোৰ কেনভাচত বন্দী হব লাগিব। বীৰভূমিৰ গছ-লতা, নদ নিজৰা সকলো অঁকাৰ পিছত মই শুনিম মহাসাগৰৰ গৰ্জন। মই চাম মহাকাশৰ নীলা। মহাসাগৰৰ গৰ্জনৰ তুলনাত পৃথিৱীৰ মানুহৰ গৰ্বদম্ভ কিমান ক্ষয়িষ্ণু তাক বাৰু আমি নুবুজো কিয় ?

ঃ মহাসাগৰ, তোমাৰ সিংহ গৰ্জনেৰে মূঢ় মানৱৰ দৰ্প অহঙ্কাৰ আঁতৰাই দিয়া। মহাকাশ, তোমাৰ নীলা ৰেখাৰে আমাৰ অন্তৰৰ তেজৰঙা বেদনাবোৰ নাইকিয়া কৰা।

মহাসাগৰ আৰু মহাকাশৰ মাজত এইবাৰ মই বিচাৰিম জীৱনৰ নতুন দৰ্শন। বিশ্ব-প্ৰকৃতিৰ নৱ নৱ ছন্দত এইবাৰ মোৰ তুলিকাই আঁকিব নতুন জীৱনৰ ছন্দ। বাস্তৱতকৈ কল্পনাৰ আনন্দ বেছি। সৰগীয় কল্পনাৰে মই মোৰ কেনভাচলৈ মাতি আনিম কাল্পনিক সত্তাৰ বাস্তৱে মানুহক কেতিয়াও শান্তি দিব নোৱাৰে। ই আমাক আমুৱায়। কিন্তু কল্পনাই গতি দিয়ে। কল্পনাৰ পাখিৰে আমি উৎঘাটন কৰো নতুন বাস্তৱ। জীৱন তেতিয়া খৰসোঁতা হয়। যৌৱনৰ শক্তি তেতিয়া দীৰ্ঘজীৱি হয়। শিল্পী জীৱনৰ মানস মোৰ বীৰভূমিতেই সীমাবদ্ধ নহয়। মই আঁকিম বিশ্ব প্ৰকৃতিৰ নতুন গতিছন্দ চাই বিশ্ব-মানৱৰ ছবি। মহাকাশৰ নীলাৰ প্ৰেৰণাৰে মই আঁকিম মহত্বৰ ছবি। মোৰ ছবি জগতৰ কোনোবাই বুজি পাওঁক, মোক চিত্ৰশিল্পী বুলি কৈ বাঃ বাঃ দিয়ক এই আশা কোনোদিন নকৰো। পিকাচোক জানো আমাৰ মানুহে সম্পূৰ্ণ বুজি পাইছে ? ছবি, নবী তাৰু কবিক

বুজা জানো সহজ ? শিল্পী ৰহস্যময় হয়নে নহয় নাজানো কিন্তু শিল্পী ৰহস্যভৰা। যুগে যুগে যুগযাত্রীয়ে তাৰ নতুন ব্যাখ্যা কৰে। ব্যাখ্যাৰ বিস্তৃতিত আচল অৰ্থ হেৰাই গ'লেও শিল্প হয় সোণত সুৰগা পোৰা সোণ। এই ৰহস্যভৰা জগতখনেই মোৰ জগত। এই শান্তিভৰা অবুজ হৃদয়ৰ খেলেই হ'ল মোৰ খেল।

কিন্তু তুলিকাৰ ৰং যদি শুকাই যায় ?

মোৰ তুলিকাত সদায় প্ৰেৰণাৰ ৰং লাগি থাকিব জানো ? বাস্তৱে যদি মোক মোহাৰি পেলায় ! বস্তুবাদী সমাজ মানসে যদি মোক আমনি কৰে !! গাওঁৰ খেতিয়কৰ ল'ৰা অবিনাশ দত্তৰ ছবি আঁকাত বাহিৰে জানো অন্য কাম নাই ? পৰিয়ালৰ একমাত্ৰ সন্তান হৈ মোৰ মা-দেউতাৰ প্ৰতি জানো কোনো কৰ্তব্য নাই ?

দেউতাই মোৰ পৰা কি বিচাৰিছিল তাক আজিও প্ৰকাশ নকৰিলে। জীৱনৰ প্ৰথম চোৱাত মোক ডাক্তৰ হিচাবে সজাই তুলিম বুলি ভাবিছিল। ডাক্তৰ হব নোৱাৰিলো--শিল্পী হলো। আমাৰ দৰে দুখীয়া মানুহে আকাশৰ স্বপ্নত মুগ্ধ নহলে ধনিক শ্ৰেণীটোৱে জানো হব ? বস্তুগত ঐশ্বৰ্য্য বিভূতিয়ে যাৰ হৃদয়ত ৰেখাপাত নকৰে সেইসকলৰ বেছি ভাগেই আকাশী সৌন্দৰ্য্যত মুগ্ধ হয়। যাৰ হৃদয়ত আকাশী সৌন্দৰ্য্যই বিস্তাৰ লাভ কৰে—বাস্তৱ পৃথিৱীৰ মোহে তাক কিজানি মোহাচ্ছন্ন কৰিব নোৱাৰে। জীৱিকাৰ বাবে যেতিয়া প্ৰয়োজনৰ চাহিদা পূৰাবলৈ ৰেখাচিত্ৰ অকা হয় তেতিয়া কলাৰ হয় অপমৃত্যু। জনসাধাৰণৰ সন্তুষ্টি কলাৰ লক্ষ্য নহয়। জনসাধাৰণে বুজি নাপালেও শিল্পীৰ দৃষ্টিয়ে যি সত্য দেখা পায় সেই সত্য প্ৰকাশহে শিল্পীৰ কৰ্তব্য। সৰ্বসাধাৰণ ৰাইজক সন্তুষ্টি দিয়াৰ কাৰণে বাতৰি কাকতত বিজ্ঞাপনৰ ছবি আঁকিব পাৰি—শিল্পী মনক প্ৰকাশ কৰিব নোৱাৰি। বস্তুগত সমাজক সন্তুষ্ট কৰাৰ কাৰণে নগ্ন বা অৰ্দ্ধনগ্ন নাৰীদেহৰ ছবিয়ে যথেষ্ট—কিন্তু নাৰীৰ অঙ্গৰ কলা সৰ্ব-সাধাৰণে বুজি নাপাবও পাৰে। কলাক বুজিব লাগিলে কলাকাৰ নহলেও কলাসুলভ মন এটা থকাৰ প্ৰয়োজন। কলাকাৰৰ দৃষ্টিৰে নাচালে কলাক বুজি পোৱা সম্ভৱ নহয়। পৃথিৱীৰ শ্ৰেষ্ঠ ছবিখনক

পৃথিৱীৰ কোনেও বুজি নাপাব পাৰে তথাপি শিল্পীয়ে প্ৰাণ ঢালি সেই ছবিখনো আঁকে। আঁকিছিল। যুগে যুগে শিল্পীয়ে আঁকিব। শ্ৰেষ্ঠ শিল্পী হোৱাৰ মানসেৰে পৃথিৱীৰ সকলো শিল্পীয়ে তুলিকা হাতত লৈ কিজানি প্ৰতিজ্ঞা কৰিছিল। তুলিকাৰে কেনভাচত থব বিচাৰিছিল পৃথিৱীৰ সকলো ৰং। সকলো সৌন্দৰ্য্য। কিন্তু সেই শিল্পীকো বাস্তৱে মোহাৰি দিয়ে।

শিল্পীয়ে বতাহ খাই জীয়াই নাথাকে।

শিল্পীকো আহাৰ লাগে। মুকলি আকাশৰ তলত মনৰ ৰাজভোগ খাই শিল্পীয়ে জীয়াই থাকিব নোৱাৰে। ইচ্ছা নাথাকিলেও ছবি বিক্ৰীৰ কথাটো যেতিয়া জীয়াই থকাৰ দাবীত আহি পায় তেতিয়া জনসাধাৰণৰ ৰুচি অভিৰুচিৰ পিনে লক্ষ্য ৰাখিহে ছবি আঁকিব লগীয়াত পৰে। কোনোদিনে ছবিৰ জ্ঞান নথকা মানুহেও নিজৰ সন্তুষ্টিৰ কাৰণে ছবি অঁকাত শিল্পীক নিৰ্দেশ দিয়ে। শিল্প হয় তেতিয়া কৃত্ৰিম। বহুত শিল্পীয়ে জীয়াই থকাৰ দাবীত নিজৰ সৌন্দৰ্য্য পাহৰি জনমানসক সন্তুষ্ট কৰোতে জনতাৰ দৃষ্টি হৈ পৰে তেওঁৰ দৃষ্টি। কলা তেতিয়া মৰি থাকে। শিল্পী হয় যন্ত্ৰ— জনমানসক সন্তুষ্ট কৰা যন্ত্ৰ।

ময়ো যদি যন্ত্ৰ হব লগীয়া হয়?

বৃহৎ জনসমষ্টিক জীয়াই ৰাখিবলৈ গৈ বহুত শিল্পী নিজে কঙ্কাল হৈ গৈছে। প্ৰাণৰ সকলো ৰং সানি যি শিল্পীয়ে হেজাৰ হেজাৰ মানুহক আনন্দ দিয়ে, প্ৰেৰণা দিয়ে সেই শিল্পীয়ে গলিত নৰ্দমাত কুকুৰ মেকুৰীৰ দৰে মৰিছে। জনমানসে শিল্পীৰ কোনো খবৰেই কৰা নাই। আমাৰ সমাজত ছবিৰে 'ড্ৰইংৰুম' সজায়— হৃদয়ক সজাব নিবিচাৰে। তথাপি শিল্পী জীয়াই থাকে।

কিন্তু মোৰ বিয়া?

মোৰ সংসাৰ?

বিয়া আৰু সংসাৰৰ কথা ভাবিবলৈ মই কোনোদিন নিশিকিলো। মই অঁকা ছবিয়ে মোক জীয়াই ৰাখিব পাৰিব নে নোৱাৰে তাকো

নাজানো। কিন্তু মা-দেউতাই মোৰ বিয়াৰ কথা সদায় ভাবে। মোৰ পৰা কিবা কায়িক বা মানসিক সুখ মা দেউতাই বিচাৰিছিল যদিও মই দিব নোৱাৰিলো। কিন্তু মোৰ পূৰ্ণ সুখ মা দেউতাই বিচাৰে। মোৰ দেহৰ প্ৰতিপালনৰ কাৰণে এজনী ছোৱালীক নিচেই আপোনকৈ থব বিচাৰে। আশা, খোৱা-লোৱাত মোৰ যত্ন লব। বেমাৰ আজাৰ হলে যত্ন লব। নাখাই নলৈ যাতে মই শুই থাকিব লগীয়া নহয়। হয়তো মা দেউতাই মোৰ স্বাক্ষৰ সন্তানৰ দ্বাৰা বহন কৰা-টোও বিচাৰে। নিজাকৈ কিবা উপাৰ্জন থাকক বা নাথাকক পৈত্ৰিক সম্পত্তিৰ ওপৰতে মই জীয়াই থাকিব পাৰিম। কিন্তু মা-দেউতাইতো নুবুজে—শিল্পীৰ আনন্দ ক'ত ? শিল্পীৰ সংসাৰ-খন কোনবোৰক লৈ গঢ়ি উঠে ?

ঃ দেউতা--মোৰ সৰ্বাঙ্গীন উন্নতিৰ কথা চিন্তা কৰাটো তোমাৰ কৰ্তব্য। কিন্তু তুমি তুমিতো নুবুজা মনত মোৰ কিহৰ তৰঙ্গ উঠে ? আজি মই অকল তোমাৰেই সন্তান নহয়--মই বীৰভূমিৰ সন্তান। শিল্পীয়ে জাতিয়ে মোৰ জাতি। শিল্পীৰ ভাষাই মোৰ ভাষা। এই ভাষা তুমি বুজি নাপাবা দেউতা।

মোৰ দেউতা এজন সাধাৰণ খেতিয়ক।

দেউতাৰ দৃষ্টিত মাটি সুন্দৰ। মাটিৰ কেঁচা গোন্ধে দেউতাক কৰ্মত প্ৰেৰণা যোগায়। এই মাটিৰ লগত টনা-আঁজোৰা কৰি জীৱন ভৰি দেউতাই জীয়াই থকাৰ সোপান বিচাৰি পাইছে। হাড়ভগা কষ্টৰ বিনিময়ত সাধাৰণভাৱে খাই লৈ জীয়াই আছে। গধূলি মহাপুৰুষৰ কিতাপ পঢ়িছে। গীতা-ভাগৱতৰ কথা মাৰ লগত আলোচনা কৰিছে। সহজ সৰল এটা পবিত্ৰ খেতিয়কৰ জীৱন। এই পবিত্ৰ জীৱনৰ এসোঁতা তেজ মোৰ দেহত আছে বাবেই নেকি মাজে মাজে দেউতাৰ কথা ভাবো। খেৰৰ জুপুৰী ঘৰটো টিনৰ কৰিব নোৱাৰাৰ বাবে দেউতাৰ মনত এটা দুখ কিজানি মৃত্যুৰ মুহূৰ্তলৈকে থাকি যাব। পকা ঘৰ বান্ধিব নোৱাৰিলেও টিন আৰু কাঠেৰে এটা সাধাৰণ ঘৰ সজাৰ কথা দেউতাই ভাবিছিল। বিকাশহঁতৰ আৰামৰ জীৱনৰ কথা কেতিয়াবা মোকো কৈছিল। কিন্তু মা এইবিলাকত

অলপ বেলেগ আছিল। মা[illegible] মোৰ মাজে মাজে মনত পৰে—

ঃ দুদিনীয়া এই সংসাৰলৈ আহিছো যেতিয়া কি হব বিলাসী ঘৰ সাঁজি? আমাৰ মন আৰু দেহটোকহে উপযুক্তকৈ সাঁজিব লাগে। হেজাৰজনক বঞ্চিত কৰি অট্টালিকা সাঁজিলেও তাত বহুজনৰ দীৰ্ঘ নিঃশ্বাস থাকে। সেই আট্টালিকাত থাকি সুখী হব নোৱাৰি।

হেজাৰজনক বঞ্চনা নকৰা মনটো মই মাৰ পৰা লৈছো। দেউতাৰ পৰা লৈছো পৰিশ্ৰমৰ চানেকি। বিয়াৰ কথা মই নাভাবো। সংসাৰৰ প্ৰতি যিহেতু মোৰ আকৰ্ষণ নাই এজনী ছোৱালীক বঞ্চিতা নকৰো। পাৰ্থিব জগতৰ সুখ--সম্ভাৰেৰে মই কোনো গাভৰুকে পূৰ্ণাঙ্গ কৰিব নোৱাৰিম। ৰং আৰু তুলিকাৰ প্ৰেমত মই বন্দী যিহেতু সৃষ্টিয়ে হব মোৰ সংসাৰ। বিশ্বৰ সকলো ৰঙৰ সমাহাৰেৰে মই বিশ্বসংসাৰ পাতিম।

ঃ বিকাশহতৰ বস্তুগত আনন্দ দেখি মনত মিছাতে দুৰ্বলতাক স্থান নিদিবা দেউতা। বিকাশে সঁজা বিলাসী প্ৰাসাদতকৈ তোমাৰ খেৰৰ জুপুৰীৰ দাম জানো কম? বিকাশৰ মটৰ গাড়ীত দম্ভ আছে-- তোমাৰ কেকোঁৰা নাঙলত আদৰ্শ আছে। বিকাশৰ দৰে ডাঙৰ মানুহবিলাকে তমসাৰ দৰে গাভৰুক ভয় কৰে আৰু তমসাই এই অবিনাশৰ শ্ৰেণীটোক সন্মান কৰে। চোৱাছোন-বিকাশহঁতৰ বস্তুবাদী জগতখনতকৈ আমাৰ আদৰ্শৰ ওপৰত গঢ়ি উঠা নৈতিকতাৰে পূৰ্ণ মানসিক জগতখন কিমান ওপৰত।

পাৰস্পৰিক সহযোগত আমি জীয়াই থাকিম। পৃথিৱীত অকলে কোনেও জীয়াই থাকিব নোৱাৰে। শিল্পীয়ে সমাজৰ ছবি আঁকিব। ছবিৰ স্বপ্নত শিল্পী জীয়াই থাকিব। শিল্পীৰ ভাত কাপোৰ সমাজে দিব। অৰ্থনৈতিক উন্নতিৰ কাৰণে মানসিক জাগৰণৰ সৃষ্টি কৰিবলৈ সেয়ে অৰিন্দমে আত্ম-উচৰ্গা কৰা নাই জানো?

অৰিন্দম—বীৰভূমিৰ সকলো ছবি মই আঁকিলো। ছবিৰ সত্যবোৰ যদি তমসাই বুজি নাপায় তুমি তাইক সহায় কৰি দিবা।

মোৰ দৃষ্টি এতিয়া আকাশ, মহাসাগৰ আৰু বিশ্ব প্ৰকৃতি। তুমিতো শুনা নাই মহাসাগৰৰ ভীষণ গৰ্জন? তুমিতো দেখা নাই আকাশৰ নীলিম শোভা? তুমিতো অনুভৱ কৰা নাই বিশ্ব প্ৰকৃতিৰ মনৰ ভাষা? মই উন্মনা হৈ পৰিছো অৰিন্দম। মোক ছবি আঁকিব দিয়া—এই জনমৰ বাবে, পৰজনমৰ বাবে, পৃথিৱী ধ্বংস নোহোৱালৈকে।

প্ৰেম নাথাকিলে প্ৰেৰণা পোৱা নাযায়। প্ৰেমৰ প্ৰেৰণা নাথাকিলে জীৱন গতি চঞ্চল নহয়। বাসনাৰ স্বাৰ্থ নথকা স্বৰ্গীয় প্ৰেমে মানুহৰ অন্তৰত অমৃতৰ সুবাস দিয়ে। কিন্তু নিঃস্বাৰ্থভাৱে মোক কোনে ভাল পাব? কোনে প্ৰেৰণাৰে মোৰ জীৱনক গতি চঞ্চল কৰিব? দেহৰ আবেদন লুকাই ৰাখি কোনে প্ৰদৰ্শন কৰিব অন্তৰৰ আবেদন?

ঃ তমসা—তুমি মোৰ গতিৰ প্ৰেৰণা। দেৱীৰ দৰে মই তোমাক ভাল পাই আহিছো। তোমাৰ প্ৰেমেৰে মই আঁকিব পাৰিম কাল-বিনাশী ছবি। মোৰ তুলিকাৰ ৰেখাচিত্ৰৰ প্ৰতিটো ভাঁজতে যদি চোৱা তোমাৰ প্ৰাণৰ স্পন্দন পাবা। বিশ্বৰ প্ৰেৰণাই মোক আগবঢ়াই নিলেও মই বীৰভূমিৰ সন্তান। এই সন্তানক তুমি আশীৰ্বাদ কৰা। মোৰ দুচকুত নতুন পুৰুষৰ স্বপ্ন। নতুন পুৰুষৰ বাহুত মোৰ মানস চকুৱে দেখা পাইছে হেজাৰ বছৰৰ সাধনাৰ শক্তি। অথচ বীৰভূমিৰ বাহিৰত চাৰিওফালে শুনিবলৈ পাইছো দস্যুৰ আৰ্তনাদ। দেশৰ মানুহক সাজু কৰিবলৈ মই যি ছবি আঁকিম তোমাৰ আশীৰ্বাদে সাৰ্থক কৰিব। দিয়া—মোক আশীৰ্বাদ দিয়া।

## ত্রিশঙ্কু ঃ

[আমাৰ কথাই বেদ
আমি য'তে যাওঁ ত'তে ভেদ
আমি আজি Extremist
কালি Moderate
পৰহি Retrogade.

– চন্দ্ৰধৰ বৰুৱা ]

তমসাক নায়িকা হিচাপে লৈ বীৰভূমিত এখন জীৱন্ত উপন্যাসৰ সৃষ্টি কৰিছো বুলি ফিৰোজাই মোক ঠাট্টা কৰিছে। মই হেনো আদৰ্শ চৰিত্ৰৰ পৰিচয় দিব পৰা নাই— খলনায়কৰ অভিনয়হে কৰিছো। বিকাশ ৰত্নেশ্বৰৰ মই হেনো হাতৰ পুতুলা। বিকাশৰ টকা আৰু ৰত্নেশ্বৰৰ মগজুৰ ওপৰত মই হেনো বতি আছো। তেওঁলোকে নিজৰ স্বাৰ্থ পূৰ্ণ কৰাৰ কাৰণে মোক হেনো অস্ত্ৰ হিচাবে লৈছে। ফিৰোজাই একো নুবুজে। ওঠ টিপিলে গাখীৰ ওলোৱা ছাত্ৰ-ছাত্ৰীৰ লগত হাঁহি মাতি থকা ফিৰোজাই মানুহৰ মনৰ ভিতৰত কিমান কি সোমাই থাকে কেনেকৈ বুজিব ? ত্ৰিশঙ্কুৰ দ্বাৰা আজিলৈকে কোনেও স্বাৰ্থ পূৰণ কৰিব পৰা নাই। বৰং মোৰ প্ৰয়োজনতহে আনক কামত লগাইছো। ৰত্নেশ্বৰ নাথাকিলে ইমান সহজে সবিতাক আন্দোলনমুখী কৰিব নোৱাৰিলোহেঁতেন। সুৰমা, নিজৰা আৰু অৰুণাকো ইমান সোনকালে স্বাধীন চবুৰী দিয়াব নোৱাৰিলোহেঁতেন। এই ভেদাভেদৰ

সৃষ্টি কৰাৰ ফলত ৰত্নেশ্বৰৰ লাভ-লোকচান কি মই এবাৰো ভাবি চোৱা নাই। আনৰ লাভ লোকচানৰ বিষয়ে ভাবি মূৰ গৰম কৰা আদৰ্শবাদী মই নহয়। মই মোৰ কথা ভাবিম। বিকাশৰ পৰা এটা ভালকথা শিকিছো—জীৱনত টকাই সৰ্বস্ব। টকা জীৱনৰ নিয়ন লাইট। উল্কা নহয়—জোনৰ পোহৰ। বৰদৈচিলা নহয়—মলয়া বতাহ। ইমান সহজ কথা এটা ইমান সুন্দৰকৈ বুজি পোৱাৰ পিছত মই আৰু ভুল নকৰো। তমসাক বিকাশৰ জীপত তুলি নিয়াত সহায় কৰাৰ বিনিময়ত মই পাইছো এহেজাৰ টকা। মই জানো বিকাশৰ দৰে মানুহে তমসাৰ একো কৰিব নোৱাৰে। কিন্তু মই জনা সত্যটোক বিকাশৰ ওচৰত প্ৰকাশ কৰি টকা হেজাৰ হেৰুৱাম কিয় ? যুৱক শ্ৰেণীটোৱে মোৰ এই কাৰ্য্যত গৰিহণা দিলে। মুকলি সভাত মোক অনাস্থা দিলে। এই উতনুৱা ল'ৰা-ছোৱালীবিলাকৰ আস্থা আৰু অনাস্থাৰ কিবা মূল্য থকা বুলি মই নাভাবো। তেওঁ-লোকে মোৰ একো কৰিব নোৱাৰে। মোৰ কিবা বিপদ আপদ হলে বিকাশে সহায় কৰিব। বিকাশে নোৱাৰিলে স্কটচাহাব আছে। ৰত্নেশ্বৰ আছে। তমসাই আকৌ ৰত্নেশ্বৰৰ নামত কুটাডালকে দিব নোখোজে। ৰত্নেশ্বৰে বীৰভূমিত জন্মগ্ৰহণ নকৰিলে বুলি ইমান বেয়া হৈ গ'লনে ? বেয়া ভাব এটা পোষণ কৰাৰ পিছত তেওঁ বাৰু তমসাৰ প্ৰতি কেনেকৈ ভাল ভাব লয় ?, সকলোয়ে গোড়া। তমসাৰ গোড়ামী আছে। গোড়ামী আছে ৰত্নেশ্বৰৰ। মই জানো, ৰত্নেশ্বৰ ভাল মানুহ নহয়। তেওঁ যিমানে বুধিয়ক নহওঁক কিয় অৰিন্দম, ফিৰোজা, অবিনাশৰ দৰে চোকা দৃষ্টিসম্পন্ন হব নোৱাৰে। তথাপি ৰত্নেশ্বৰক মই বন্ধু হিচাবে লোৱাত কোনো অপৰাধ নাই। ভাল বেয়া মই সকলো বুজো। মই বুজা ভালটোক স্পষ্টবাদিতাৰ খাতিৰত যদি প্ৰকাশ কৰিব যাওঁ তেতিয়াহ'লে ৰত্নেশ্বৰে মোক বেয়া পাব। মিছাতে মই বেয়া হওঁ কিয় ?

আকৌ স্কট চাহাব ?

গোটেই বীৰভূমিৰ ওপৰতে স্কটচাহাবৰ শেষ দৃষ্টি আছে। স্কট-চাহাবে শক্তিশালীভাৱে বীৰভূমিত খোপনি পুতিব পাৰিলে তমসাক

মই কৰায়ত্ব কৰিব পাৰিলোহেঁতেন। কিন্তু তমসাই মুঠেই প্ৰশ্ৰয় দিব নোখোজে। অৰিন্দম ইমান গুণী-জ্ঞানী হোৱা সত্ত্বেও তমসাৰ কথাকেই অন্ধ অণুকৰণ কৰে। তথাপি মই স্কট চাহাবৰ সঙ্গ এৰি নিদিও। স্কট চাহাবৰ লগত থাকিলে নিজকে মোৰ প্ৰগতিশীল যেন লাগে। ইমান কৰ্মী পুৰুষ স্কটচাহাব! অন্তৰত বেদনা থাকিলেও ওঠত হাঁহিটো লাগিয়েই থাকে। হাঁহিৰ লগত কিজানি জীৱনৰ সম্বন্ধ আছে। স্কটচাহাবে হাঁহি থাকিব পাৰে বাবেই বোধহয় কৰ্ম উদ্যম অটুত ৰাখিব পাৰিছে। এনেকুৱা হাঁহি থকা মানুহ এজনক নিজৰাই কিয় ভাল নাপাব? নিজৰা আজিৰ যুগৰ ছোৱালী--তমসাৰ দৰে প্ৰাচীন মনৰ নহয়।

বীৰভূমিত এটা সমস্যা হৈছে। ইয়াৰ আগৰ ঐক্য ভাগি টুকুৰ'-টুকুৰ হৈছে। এই ঐক্যভঙ্গৰ বেদনাত তমসাৰ অন্তৰে কান্দিছে। পুনৰ সংহতি অনাৰ কাৰণে অৰিন্দমে নতুন পুৰুষৰ সৃষ্টি কৰিবলৈ সংকল্প লৈছে। উঠি অহা নতুন পুৰুষৰ চিন্তাধাৰাৰ ওপৰতহে বোলে ভৱিষ্যত বীৰভূমিৰ যশ গৌৰৱ নিৰ্ভৰ কৰে। সেয়ে আজিৰ সমস্যা সমাধান কৰাৰ কাৰণে ভৱিষ্যৎ পুৰুষৰ মানসিক উৎকৰ্ষ সাধন কৰাৰ কাৰণে অৰিন্দমে জীৱন পণ কৰিছে। অবিনাশে তমসা আৰু অৰিন্দমৰ কাৰ্য্যকে সমৰ্থন কৰি কেৱল ছবি আঁকিছে।

অৰিন্দম মূৰ্খ।

অবিনাশ মূৰ্খ।

ভৱিষ্যতৰ সপোন দেখিলে বৰ্তমানৰ যন্ত্ৰণাৰপৰা ৰেহাই দিব কোনে? সেয়ে মই বৰ্তমানক লৈয়ে ব্যস্ত। যিখন দেশত শতকৰা আঠাইশজন মানুহ শিক্ষিত সেইখন দেশৰ সৰ্বসাধাৰণ মানুহে গণ-তন্ত্ৰৰ কথা কিটো বুজে? কোমলমতিয়া গণতন্ত্ৰত আবেগজনিত বহু ঘটনাই ঘটিব। পদে পদে ভুল হব। পিচলি পৰিব লাগিব। এনে অৱস্থাত নিজৰ খোপনি ঠিক মতে লোৱাৰ চিন্তা নকৰি ভৱিষ্যতৰ ৰঙচঙীয়া সুখৰ কল্পনা মূৰ্খত বাহিৰে অন্য মানুহে কৰে নেকি?

আকৌ অবিনাশ?

ছবিৰ মাজত নিজকে পাগল সজালে কি শিল্পী হোৱা যায় ? সকলো ল'ৰাত বাহিৰে ভাল মানুহে জানো ছবি চায় । ছবি চোৱাৰ বাবে আজিৰ যন্ত্ৰ-যুগত সময় ক'ত ? এনে এখন সমাজত বং আৰু তুলিকাৰে ভাবত বিভোৰ হোৱাটো বলিয়ালি নহয় কি বাৰু ?

আজিৰ মানুহে কি বিচাৰে মই জানো ।

আজিৰ মানুহে বাহিৰৰ ভদ্ৰ ব্যৱহাৰ দেখিলেই এজন মানুহক ভদ্ৰলোক বুলি মানি লয়। বাহিৰত মিঠা মিঠা কথা কলেই মানুহক মাৰ্জিত ৰুচিবোধৰ বুলি স্বীকৃতি দিয়ে। জুখি-মাখি কথা কলেই মানুহ জন হেনো সাত্ত্বিক হৈ পৰে। এইখন সমাজত এইধৰণি ব্যৱহাৰ কৰিয়েই কুন্ট নকৰাকৈ বহুত মানুহ চলি আছে। বেয়া মানুহৰ আখ্যা তেওঁলোকে পোৱা নাই, ভাল মানুহ বুলিয়েই পৰিচয় দিছে। এনেকুৱা এটা সময়ত মই ভুল কৰিম কিয় ? মানুহৰ জীৱনলৈ সুবিধা বাৰে বাৰে নাহে। সন্মুখত পোৱা সুবিধাবোৰ এৰি দি পিছত জীৱন ভৰি কন্দা মানুহ মই জীৱনত বহুত লগ পাইছো। দূৰলৈ উদাহৰণ বিচাৰি যোৱাৰ প্ৰয়োজন নাই মোৰ দেউতাৰ জীৱনটো বিশ্লেষণ কৰিলেই সকলো স্পষ্ট হৈ পৰিব।

ভাৰতবৰ্ষ স্বাধীন হোৱাৰ পিছত।

চৰকাৰ পক্ষৰ শাসন ব্যৱস্থাত দেউতা অসহ্য হ'ল। স্বাধীনতাৰ আগতে যিবোৰ চৰ্ত বান্ধি লৈছিল পিছত বহুকেইটা হেনো কাৰ্য্যকৰী নকৰিলে। অকল নকৰাই নহয় পিছলৈ যে কৰিব তাৰো কোনো আশা নেদেখিলে। কেইজনমানে মন্ত্ৰী, এম. এল. এ. হৈ দেশ শাসনৰ ভাৰ ললে। স্বাধীন দেশ এখনৰ বাবে কৰা বহু সপোনক সপোনৰ দৰেই পাহৰি যাবলৈ বাধ্য কৰাত দেউতা বিদ্ৰোহী হৈ উঠিল। দেউতাৰ লগত আৰু কিছুমানে যোগ দি বিৰোধী দল গঠন কৰিলে। যৌৱনৰ পৰা ভাটি বয়সলৈ ৰাইজক বুজাই, ৰাইজৰ কাৰণে ত্যাগ কৰি শেষত ভাগৰি পৰিল। দেউতাৰ লগত যোগদান কৰা বহুত কেইজন কৰ্মীয়ে ইতিমধ্যে পুনৰ চৰকাৰ পক্ষ্যত যোগ দিলে। অকল যোগ দিয়াই নহয়—তেওঁলোকে মন্ত্ৰী, এম. পি. আদি হ'ল। কিন্তু

দেউতাই একো হব নোৱাৰিলে। কেইবাৰমান পৰাজয়ৰ পিছত কেতিয়াবা এম. পি. হয় আৰু হাৰে। এনেদৰে বাৰ্দ্ধক্যৰ পিনে দেউতা আগবাঢ়ি আহিল। শেষত বুজি পালে দেশৰ ভোঁটদাঁতাসকল নিজে বুজি পোৱা নহলে, ভোটৰ মূল্যাঙ্কন কৰিব নাজানিলে এইখন দেশত বিৰোধী দল গঠন কৰি কোনো লাভ নাই। দেশৰ কাৰণে গোটেই জীৱন জীয়াতু ভুগি দেউতাই যি নাপালে তাতকৈ বহুত বেছি মই কষ্ট নকৰাকৈয়ে পাইছো।

দেউতাৰ সন্তান বুলি পৰিচয় দি মই যেতিয়া মহকুমা পৰিষদৰ সদস্য হৈ উঠিলো তেতিয়া দেখিলো মোক কিজানি কোনেও পৰাজয় কৰিব নোৱাৰিব। শেষত বুজি পালো বাহিৰত ভালপোৱা বুলি যিমান মানুহে কয় আচলতে সকলো মানুহে মোক ভাল নাপায়। ভালপালেও তেওঁলোকে দিব খোজা ভোটৰ বিনিময়ত মোৰ পৰা টকা বিচাৰে। খঙত মূৰটো গৰম হৈ গৈছিল। শেষত বুজি পালো খং উঠাটো মোৰহে মূৰ্খামী। মই টকা বিতৰণ নকৰিলেও মোৰ প্ৰতিদ্বন্দ্বীসকলে যাকে যি সুবিধা লাগে সকলো দিছে। ক্লাব ঘৰত এশ টকা দিলেই ক্লাবৰ সদস্যসকল ভক্ত হৈ পৰে। গোসাই ঘৰত দুশ টকা দিলেই সেই গাৱঁৰ প্ৰভুভক্ত ৰাইজ মোৰ ভক্ত হৈ পৰে। ডেকা ল'ৰাকেইজনক এসাজ ভালদৰে খুৱালে নিজৰ ঘৰৰ পৰা হ'লেও চাইকেল আনি মোৰ পাছে পাছে ঘূৰে। নিৰ্বাচনত কেনেকৈ জয়লাভ কৰিব লাগে মই ঠিক বুজি পালো। নিৰ্বাচনৰ জয় পৰাজয়ে প্ৰাৰ্থীৰ যোগ্যতা আমাৰ দেশত প্ৰমাণ নকৰে। নিৰ্বাচনত জয় লাভ কৰে টকাই। এক কিলোগ্ৰাম চাউল, এপিয়লা চাহ নাইবা এটা চিগাৰেটৰ পেকেট—দেখিয়েই শতমুখ হৈ পৰা ভোটদাঁতাৰ ভোটেৰে জয়লাভ কৰি, তেওঁলোকৰ প্ৰতিনিধি হবলৈ আচলতে বৰ লাজ লাগে। তথাপি দেশৰ শাসনত অধিষ্ঠিত সকলোৱে এইটো প্ৰথাৰেই চলি আছে যেতিয়া মই অন্য পথ লম কিয় ?

মই জয়ী হলো।

সাধাৰণ মহকুমা পৰিষদৰ সদস্য হোৱাৰ কাৰণে মই বহুহাজাৰ টকা খৰচ কৰিবলগীয়া হ'ল। এম. এল. এ. নাইবা এম. পি. হব

লাগিলে কিজানি লাখ লাখ টকা খৰচ কৰিবলগীয়া হয়। টকাৰে ভোট কিনি জয়লাভ কৰাৰ পিছত জনসাধাৰণৰ কাৰণে কি কৰিবলগীয়া থাকে মই একো ভাবি নাপাওঁ। ৰাইজে তেওঁলোকৰ এম. এল. এৰ ওচৰলৈ পিছত কিয় যায় বুজি নাপাওঁ। এম. এল. এ. হোৱাৰ পিছত পুনৰ বিচৰাৰ অৰ্থ কি? সকলো দি নিজক প্ৰতিষ্ঠা কৰাৰ পিছত সদস্য হিচাবে যদি কৰণীয় থাকে সেইটো কৰিব। কিন্তু নিৰ্বাচনৰ খেল খেলোতে যিমানবোৰ টকা খৰচ কৰিলে প্ৰথমতে সেইটো তুলিবনে ৰাইজৰ মঙ্গলৰ কথা চিন্তা কৰিব? আমাৰ চৰকাৰক বেয়া চৰকাৰ বুলি যি ৰাইজে গালি সপনি পাৰে তেওঁলোকৰ আচলতে গালি পৰাৰ অধিকাৰ আছেনে? কিয়নো চৰকাৰক বেয়া হবলৈ ৰাইজে বাধ্য কৰাইছে। সততাৰ ওপৰত যি জনসাধাৰণে গণতন্ত্ৰ জীয়াই ৰাখিব নোৱাৰে সেই গণতান্ত্ৰিক দেশৰ চৰকাৰ কেতিয়াও সৎ হব নোৱাৰে। তথাপি চৰকাৰে ৰাইজৰ মঙ্গলৰ কাৰণেই পৰিকল্পনা কৰে। এই পৰিকল্পনা কাৰ্য্যকৰি হোৱাতো ৰাইজে সম্পূৰ্ণ সহায় নকৰে। বিৰোধী দলে সহায় নকৰে। আনকি চৰকাৰী চাকৰিয়াল-সকলেও সহায় নকৰে। ফলস্বৰূপে চৰকাৰৰ আঁচনি কাৰ্য্যকৰী নহয়। ৰাইজে কষ্ট পায়। কষ্ট পোৱা ৰাইজে চৰকাৰক চৰিত্ৰহীন বুলি গালি পাৰে অথচ নিজৰ চৰিত্ৰক এবাৰো সুঁৱৰি নাচায়।

সমাজৰ সকলোৱে ব্যক্তিস্বাৰ্থৰ কথা চিন্তা কৰাৰ সময়চোৱাত মই ৰাইজৰ কাৰণে নিজক শেষ কৰা আদৰ্শবাদী নহওঁ। ৰাইজে সকলো শুহি শুহি নিব কিন্তু বিনিময়ত একো নিদিয়ে। স্বাধীনতাৰ পিছৰ অলিখিত বুৰঞ্জীয়ে এই কথাকেই আমাক কৈ আহিছে। এই কথা হয়তো অবিনাশে ছবিৰ মোহত পাহৰি আছে। ভৱিষ্যতৰ স্বপ্নত অৰিন্দমে পাহৰি আছে। কিন্তু মই পাহৰিম কিয়?

মই জানো।

সমাজমনৰ উন্নতি এদিন হব। ভোটদাতাই বাৰে বাৰে বঞ্চিত হোৱাৰ পিছত এই বঞ্চনাৰ কাৰণ কি তাক বিশ্লেষণ কৰিব। কিন্তু এই বিশ্লেষণৰ অমৃত পাওঁতে কমেও এটা শতাব্দী লাগিব। ভাৰতৰ অশিক্ষিত জনসাধাৰণ শিক্ষিত হৈ আন্দোলন কৰাৰ মুহূৰ্তত চৰকাৰী

নীতিও আজিৰ গতিত নাথাকে। সেয়ে চৰকাৰৰ স্বাৰ্থ ৰক্ষা কৰি যেতিয়া যেনে সমস্যাৰ সন্মুখীন হোৱা যায় তাৰ অণুৰূপকৈ মই সমাধানৰ পথ বিচাৰি উলিয়াম। জীৱনটো কষ্ট নোপোৱাকৈ চলাই নিয়াই নিয়ম। সময়ৰ উপকাৰ সময়ে কৰিব। সমাজৰ কথা ভাবি মই তললৈ যাব নোৱাৰো। মই মোৰ কথা ভাবিম।

ভাৰতীয় দৰ্শনত প্ৰগাঢ় বিশ্বাস থকা আমাৰ বীৰভূমিৰ জনসাধাৰণে নিজৰ সৰলতাৰ বাবে ঠগ খাই আছে। মই নঠগাবলৈ ইচ্ছা কৰিলেও হেজাৰ জনৰ পৰা ঠগ খাব। মই পোৱা সুবিধাটো গ্ৰহণ নকৰিলে অন্য এজনে কৰিব। সেয়ে মই হম সুবিধাবাদী। মই পোৱা এটা সুবিধাও অথলে যাবলৈ নিদিও। সমাজত যদি কেতিয়াবা প্ৰচণ্ড আন্দোলনৰ জুই জ্বলে মই হম চূড়ান্ত আন্দোলনকাৰী। আন্দোলনৰ জুইৰ মাজতেই মই বিচাৰিম মোৰ স্থানাঙ্ক, আন্দোলনে দিব পৰা মোৰ ব্যক্তি সুখ আৰু আনন্দ। মোৰ দৃষ্টি হেজাৰ শ্বহীদৰ মৃত্যুৰ ৰঙা তেজৰ কণিকাত নহয়—শ্বহীদে আনি দিয়া প্ৰমূল্যতাহে। সমাজতন্ত্ৰত সমষ্টিগত উন্নতিৰ বাহিৰে ব্যক্তিৰ উন্নতি হব নোৱাৰে। ব্যক্তি উন্নতিৰ কাৰণে আৱশ্যক হ'লে মই স্কট চাহাবৰ 'ডিভাইদ এণ্ড ৰুল' নীতিৰ প্ৰচলন কৰিম, বত্ৰেশ্বৰৰ পৰামৰ্শত আগৰ ঢ়িম, সেইবুলি মোৰ স্বাৰ্থ ক্ষুণ্ণ নকৰো। বীৰভূমিত মোৰ কথা প্ৰতিপন্ন হবই লাগিব। বেদক বিশ্বাস কৰা বীৰভূমিৰ জনসমাজে বেদতকৈও মধুৰ মাতেৰে কোৱা মোৰ মিঠা কথাক অবিশ্বাস কৰিব কেনেকৈ? শিল্পী শ্ৰেণীৰ লগত মই শিল্পীভাবাপন্ন হম। কবিৰ লগত কাব্যিকতা কৰিম। মূৰ্খৰ ওপৰত মোক লৈ কোনেও আমনি পাব নোৱাৰিব। মোক যেতিয়া সকলোৱে বিচাৰিব তেতিয়া সকলোৰে পৰা মই সুবিধা আদায় কৰি লব পাৰিম। সমাজৰ বাতাবৰণে যদি কেতিয়াবা মোক পলায়নবাদী হবলৈ বাধ্য কৰায় তাতো মোৰ কোনো আপত্তি নাই। পলাব লগা পৰিস্থিতিত নপলাই মই অকাল মৃত্যুক বৰণ নকৰো। আপোনঘাতী হৈ নমৰো। মোৰ নাম ত্ৰিশঙ্কু। স্বৰ্গই মোক ঢুকি নাপায়, পৃথিৱীয়েও স্পৰ্শ কৰিব নোৱাৰে। মই মাজতে থাকিম। যেতিয়া মই প্ৰয়োজনবোধ কৰো, মোৰ ইচ্ছামতে স্বৰ্গ

বা পৃথিৱীলৈ যাম। মোৰ প্ৰয়োজনত মই হাঁহি হাঁহি কান্দিম, কান্দি কান্দিও হাঁহিম। দেউতা সঁচা বিপ্লবীৰ নাম লৈ জীৱনত সকলো হেৰুৱাইছে। দেউতাই কৰা ভুলটো মই কৰিলে কুলাঙ্গাৰ সন্তানৰ পৰিচয় দিয়াহে হব। সু-পুত্ৰই দেউতাকৰ ভুলৰ শুধৰণি কৰে। স্বৰ্গৰপৰা তেতিয়া মৃতকৰ আত্মাই হাঁহে। মোৰ কাৰ্য্য দেখি দেউতাৰ আত্মাই মোক হাঁহি হাঁহি আশীৰ্বাদ দিব।

বীৰভূমি ঐক্যবদ্ধ হৈ জাগি উঠিলে চৰকাৰ পৰিৱৰ্তন কৰিব পাৰে। দেশদ্ৰোহী কিছুমানে নিজে সা-সুবিধা নাপাই চৰকাৰ পৰিৱৰ্তনৰ কথা ভাবিছে। কিছুমানে চীনৰ শাসনতন্ত্ৰক ভাল বুলি ভাবি সেই নিয়ম কেনেকৈ চলাব পাৰি তাৰ বাবে সংগঠন আৰম্ভ কৰিছে। কিছুমানে ৰুছিয়াৰ শাসন ব্যৱস্থাকে ভাল বুলি সংগঠন কৰাত লাগিছে। মিচনাৰী চাহাবসকল লাগি আছে। চি. আই. এ.ৰ এজেণ্ট লাগি আছে। স্কট চাহাব আহি আছে। সকলোৱে লগ লাগি বীৰভূমিত অস্থিৰতাৰ সৃষ্টি কৰিছে। তমসা বাউলী হৈ পৰিছে। পাগল অবিনাশে বিশ্ববীক্ষাৰ সুৰ শুনি হেনো বিশ্ব প্ৰকৃতিৰ মোহত মোহাচ্ছন্ন হৈছে। অৰিন্দমে চকুৰে সৰিয়হৰ ফুল দেখিছে। কোনোজনৰে স্বপ্ন পূৰ্ণ নহব। বীৰভূমিৰ মাটিত যি শস্য গঁজিব তাত বাহিৰে অন্য শস্য ইয়াৰ সন্তানে হজম কৰিব নোৱাৰিব। চীন, ৰুছিয়া, আমেৰিকা আদি আমাৰ বন্ধু ৰাষ্ট্ৰ হব পাৰে কিন্তু তেওঁলোকৰ শাসন প্ৰণালী আচলতে দূৰৰ পৰ্বত দেখাত শুৱনি হোৱাৰ দৰে শুৱনিহে—বীৰভূমিত সি কাৰ্য্যকৰী নহয়। তথাপি বিভিন্ন মতবাদৰ বিভিন্ন গোষ্ঠী তৈয়াৰ হোৱাটো একো বেয়া কথা নহয়। মানুহবিলাক এক গোট নহৈ ভাগ ভাগ হৈ থাকিলে বিভিন্ন মহলৰ পৰা বিভিন্ন সুবিধা মই আদায় কৰিব পাৰিম। যাৰ যি ভাবধাৰা সেইসকলৰ লগত তেনেকুৱা ভাবধাৰাত মিলি পৰিলে হ'ল। আমাৰ চৰকাৰ পৰিৱৰ্তন কেতিয়াও নহয়। শতকৰা আঠাইশজন শিক্ষিতক লৈ চৰকাৰ পৰিৱৰ্তন কৰিব বিৰোধী দলে নোৱাৰে। শক্তি আৰু শাসন ক্ষমতা যাৰ হাতত তেওঁলোকক জনসাধাৰণে ভয় কৰিবই। ৰাইজক টকাৰ খেল দেখুৱাই গাদী ৰক্ষা কৰিব পৰা যাব। সেয়ে

অর্থনৈতিক উন্নতি দেশত মাতি আনিলেও ধনী আৰু দুখীয়া দুটা শ্ৰেণী সমাজত থাকিবই লাগিব। সকলোৱে সমান ধনী হলে চৰকাৰ টিকি নাথাকে। টকাৰ লোভত, জীয়াই থকাৰ দাবীত, ভৱিষ্যৎ নিৰাপত্তাৰ কাৰণে দুখীয়া শ্ৰেণীটোৱে চৰকাৰৰ লগত বিৰোধিতা কৰিব নোৱাৰিব। ধনী শ্ৰেণীটোৱে তেওঁলোকৰ প্ৰতিশ্ৰুতি ৰক্ষাৰ কৰৱণ অন্ততঃ নিৰ্বাচনৰ সময়ত চৰকাৰৰ লগত হাত মিলালেই হ'ল। দুখীয়াৰ দুখত কান্দি কান্দি চৰকাৰৰ টকা নিৰ্বাচনৰ সময়ত মই মোৰ দলৰ মানুহৰ হতুৱাই বিতৰণ কৰিম। বিতৰণ কৰিব দিয়া সকলো বস্তুৰে আধা মোৰ বাবে ৰাখিলেও সেই সময়ত গাদীৰ পিনে আশা কৰি ৰৈ থকা প্ৰাৰ্থীয়ে হিচাব কৰিবলৈ নাহে। জানিব পাৰিলেও ভোট হেৰোৱাৰ ভয়ত মোক একো কব নোৱাৰে। ৰীৰভূমিত ধনী দুখীয়া নাথাকিলে মোৰ স্থিতি নাথাকিব। শহাপহুৰ দৰে মই মৰিব লাগিব। চৰকাৰ, ধনী, দুখীয়া সকলোৱে মিলি মোক নিধন কৰিব। সেয়ে চৰকাৰ যি পথে যায় ময়ো সেই পথতেই থাকিম।

বিৰোধী দলসমূহ আগবাঢ়ি আহিছে।

বিৰোধী দলৰ সংগঠন ভাগি দিয়াৰ কাৰণে মোৰ ওপৰত আছে চৰকাৰী নিৰ্দেশ। চৰকাৰ পক্ষৰ মানুহে জনসাধাৰণৰ লগত মুখামুখী হলে ভুল বুজাবেই সম্ভাৱনা বেছি। সেয়ে নিৰপেক্ষ দল এটাৰ সৃষ্টি কৰি মই আগবাঢ়ি আহিছো। আমাৰ এই কাৰ্য্যত যিমান সুবিধা লাগে সকলো চৰকাৰে দিব। চৰকাৰ ৰক্ষাৰ কাৰণেই আমি নিৰপেক্ষ ভূমিকা লৈছো। জনসভাত আমি চৰকাৰ পক্ষ, বিৰোধী পক্ষ সকলোকে সমালোচনা কৰিম। মন্তব্যত সুকুঙা উলিয়াই চৰকাৰৰ গুণ—গান গাম। মূঢ় সমাজে কোনো দলকেই বিশ্বাস নকৰি আমাক বিশ্বাস কৰিব। চৰকাৰে চৰকাৰী সা-সুবিধা আমাক দিব। চৰকাৰী আৰু বিৰোধী পক্ষ্যৰ মানুহতকৈ আমি বেছি লাভবান হওঁ। চীনা পন্থীসকলক সমালোচনা কৰি হেতিয়া ৰাইজক বুজাই দিম যে এওঁলোকে চীনক মাতি অনাৰ চেষ্টা কৰিছে তেনেহ'লে ইংৰাজৰ চেপাত দুশ বছৰ পৰাধীন হৈ থকা জনসাধাৰণে

পুনৰ পৰাধীন হোৱাৰ ভয়ত যিমানে ভাল কথা নকওঁক কিয় তেওঁ-লোকক ভুল বুজিবই। বীৰভূমিৰ মাটিত যিহেতু বিদেশীক কোনেও প্ৰশ্ৰয় নিদিয়ে তেনেস্থলত স্বদেশী চৰকাৰ, আজিৰ গণতন্ত্ৰ বাহাল থাকিবই। এই সুন্দৰ মুহূৰ্তৰ সুন্দৰ সুযোগবোৰ মই কোনোমতেই এৰি দিব নোৱাৰোঁ।

অথচ বীৰভূমিত উখল-মাখল।

ফিৰোজাই মোক খলনায়ক বুলি সমালোচনা কৰে। বাস্তৱ পৰিস্থিতিবিলাক বুজি বিজ্ঞান সন্মত কাৰ্য্যপন্থা হাতত লোৱাটো যদি খলনায়কৰ ভূমিকা হয় মোৰ কবলগীয়া একো নাই। ফিৰোজা মুছলমানৰ ছোৱালী অথচ গীৰ্জা, মছজিদ, গোসাঁইঘৰ সকলোতে বিশ্বাস। এইজনী ধৰ্ম নমনা ছোৱালীৰ কথাত গুৰুত্ব দি মই ধ্বংস প্ৰাপ্ত হম কিয়?

ফিৰোজা—দেশৰ পৰিস্থিতি তুমি বুজা নাই। আজিৰ মানুহ কোনেও পৰাধীন হৈ থাকিব নিবিচাৰে। সবিতাৰ প্ৰতি তমসাই ইমানদিনে অবিচাৰ কৰি আহিছে। সবিতাই সবিতাপুৰ গঠন কৰিবই। অৰুণা আৰু নিজৰাই ভুল কৰা বুলি তোমালোকে কব পাৰা কিন্তু আমি নকওঁ। নতুন চুবুৰীৰ সৃষ্টি কৰিবলৈ তোমালোকে বাধ্য কৰাইছা। আজিৰ মানুহ কোনেও মূৰ্খ হৈ থকা নাই।

তমসাৰ অহঙ্কাৰ চূৰ্ণ কৰিম বুলি এদিন তাইক মই এন্ধাৰ নিশা আক্ৰমণ কৰিছিলো। ডাইনীৰ দৰে তমসা গুজৰি উঠিল। কোনো দিন মোৰ বুকু কঁপি উঠা নাছিল কিন্তু সিদিনা তমসাৰ সেই মূৰ্তি দেখি কঁপিছিলো। তমসাৰ দৰে নাৰীত্বৰ গৌৰৱ ৰক্ষা কৰিবলৈ সকলো গাভৰুৱে যদি একে ৰূপ লয় তেনেহ'লে পুৰুষৰ অত্যাচাৰত কুমাৰীৰ কৌমাৰ্য্যৰ স্খলন কেতিয়াও নহয়। নাৰী জীৱনৰ আশা আকাংখাক জলাঞ্জলি দি গণিকালয়ত থাকিব লগীয়া কেতিয়াও নহয়। সিদিনাৰ পৰা মই তমসাৰ ওচৰলৈ যোৱা নাই। পঠিয়াইছিলো স্কট চাহাবক। পঠিয়াইছিলো ৰত্নেশ্বৰক। পঠিয়াইছিলো বিকাশক। সকলো পৰাজিত হ'ল। তমসাৰ দেহ স্পৰ্শ কৰিব কোনেও

নোৱাৰিলে। তিনিওজনে লজ্জা নিবাৰণ কৰিব নোৱাৰি তমসাৰ বদনাম ৰতি ঢেঁকা দিব কোৱাত অবিনাশক কেন্দ্ৰ কৰি বু-বা সৃষ্টি ময়ে কৰিলো। হাঁহি হাঁহি তিনিওজনে মোক পুৰস্কাৰ দিলে তিনিশ টকা। বুদ্ধি থাকিলে ধন ঘটা আজিৰ সমাজত একেবাৰে সহজ কথা।

মই সাঁজি দিয়া মিছা কথাটোৱে সমাজত সঁচা হিচাবে প্ৰকাশ পাইছে। বুঢ়া বয়সত অবিনাশৰ দেউতাক সদানন্দই পুতেকৰ এই অপকৰ্মৰ কথা শুনি কান্দিছে। জীৱন ভৰি যি সত্যৰ ওপৰত তেওঁ জীয়াই আছিল, চৰিত্ৰবলৰ যি শক্তিয়ে বাৰ্দ্ধক্যক জিনিছিল সেই শক্তি হ্ৰাস হৈছে। মৃত্যুৰ ৰেখাডাল বোলে তেওঁৰ কেইবছৰমান চুটি হৈ পৰিছে। মই জানো – সদানন্দৰ দৰে তমসাই আঘাত পাইছে। আঘাত পাইছে অবিনাশে। অবিনাশ আৰু তমসাৰ গভীৰ মুখ দেখিয়ে সেই আঘাতৰ কথা মই অনুমান কৰিব পাৰিছো।

ঃ অবিনাশ, বীৰভূমিত এটা ভীষণ ফাকিৰ সোঁত বৈছে। এই সোঁতত কৃত্ৰিমতাই চাকনৈয়াৰ সৃষ্টি কৰিছে। চাকনৈয়াত এইবাৰ তুমি আৰু তমসা পৰিছা। তোমাৰ দেউতাৰাই পবিত্ৰ জীৱন পালন কৰি কান্দিছে। এই সোঁতক ভেঁটা দি যদি পাৰা বীৰেন্দ্ৰৰ পৰিচয় দিয়া। নহলে এইবাৰ তোমালোকৰ নিস্তাৰ নাই। তোমালোকৰ কাৰ্য্যাৱলীয়ে মোৰ কাৰ্য্যত বাধা দিছে। এই বাধাৰ দেৱাল মই ভাগিবই লাগিব। কিয় নুবুজা অবিনাশ—প্ৰগতিশীল বুলি পৰিচয় দিয়া বহু লিখকৰ প্ৰগতিৰ দম্ভ, বহু ব্যক্তিৰ মগজুৰ প্ৰচণ্ডতা একমাত্ৰ ব্যক্তি প্ৰতিষ্ঠা আৰু টকাৰ বাজনাৰে বন্ধ কৰি দিছে। তুমি টকা নিচিনিলা, জীৱনৰ কৰ্তব্য চিনিলা। যৌৱনৰ কামনা বাসনা নিচিনিলা অথচ যৌৱনক চিনিলা। সেয়ে তোমাৰ লগত মোৰ সংঘৰ্ষ। মনে কৈছে তুমি মহান। কিন্তু বাস্তৱে কৈছে—তুমি মূৰ্খ। জীৱিকাৰ প্ৰশ্ন যিহেতু আছে মই বাস্তৱৰ পৰিপন্থী।

মূৰ্খ অবিনাশে ছবিক চিনি পালে অথচ বাস্তৱ তেজ মঙহৰ দেহটোক চিনি নাপালে। ৰূপত মুকুতা সৰা ৰূপহী তমসাক হাতৰ

মুঠিত পাইও সি মহা সাত্ত্বিকৰ ধৰ্ম পালন কৰে। শঙ্কৰদেৱ মহা-পুৰুষ হোৱা সত্ত্বেও সংসাৰ ধৰ্মক অৱজ্ঞা কৰা নাই। নপুংসক নেকি বাৰু অবিনাশ দত্ত ?

কাহিনী নোহোৱা এখন দীঘলীয়া উপন্যাস বীৰভূমিৰ ঐক্যভঙ্গৰ বাৰ্তা। এই ঐক্যভঙ্গ কাহিনীত বহুৰঙী চৰিত্ৰৰ সমাহাৰ। ফিৰোজাই সকলো চৰিত্ৰ মোৰ দৰে বিশ্লেষণ কৰিছে নে নাই নাজানো কিন্তু মই গভীৰভাৱে চিন্তা কৰিহে এই পথ লৈছো।

ঃ ফিৰোজা, অস্থিৰতাৰ এই চৰম মুহূৰ্তত যদি স্থিৰতা ৰাখিবলৈ আঁকোৰ গজালি মনোভাৱ লোৱা তেনেহ'লে তুমিও উটি যাবা।

ফিৰোজাই মোক যিমানে সমালোচনা নকৰক কিয় মই মোৰ কৰ্তব্যত অচল অটল হৈ থাকিম। সকলো প্ৰকাৰৰ চৰকাৰ বিৰোধী আন্দোলনক মই সমালোচনা কৰিম। চৰকাৰৰ পক্ষত থাকি চৰকাৰী সুবিধাৰে মই মোৰ পৰিয়ালক জীয়াই ৰাখিবলৈ চেষ্টা কৰিম। দেশৰ স্বাৰ্থ যিমানে ডাঙৰ নহওঁক কিয় মই জীয়াই থাকিলেহে দেশৰ কথা ভাবিব পাৰিম। মৰা মানুহে একো নাভাবে। ভাবিব পৰাকৈ জীয়াই থাকিব লাগিলে মই ভাল খাদ্য খাব লাগে। আৰামৰ জীৱন কটাব লাগে। পলুৰ দৰে দেশত কিমান মানুহ মৰিছে সেই মৃত্যুৰ কাৰণ বিশ্লেষণ কৰিলে মোৰ একো নহয়। ব্যক্তি প্ৰতিষ্ঠা কৰিব লাগিলে এই চিন্তা এৰিবই লাগিব। ব্যক্তিৰ বহু বচনেই সমষ্টি। মই জীয়াই থাকিলেহে সমষ্টিৰ কথা ভাবিব পাৰিম--সেইবুলি সমষ্টিৰ কথা ভাবি মই ধ্বংস হোৱাৰ পথ বিচাৰি নলওঁ। মোৰ কবৰ মই নিজে নাখান্দো। মোৰ শ্মশানৰ জীয়া চিতাখন মই নিজে সাজিলে অৰিন্দম বা তমসাই ভাল পাব, সেই বুলি মই সাঁজিম নেকি ?

ঃ তমসা, তুমি তোমাৰ পথত থাকা। কক্ষ্য ভুল কৰি মোৰ লগত সংঘৰ্ষ হোৱাৰ চেষ্টা নকৰিবা। সুবিধাবাদ মোৰ ধৰ্ম হ'লেও মই মানুহৰ কামহে কৰি আছো,—তুমি মোক বনৰীয়া জন্তু সজালে দেশত জন্তুৰ সংখ্যা বৃদ্ধি হব। তেতিয়া তুমি জানো ৰক্ষা পৰিবা ?

## তমসা ঃ

[ দুখীয়াৰ ভগা পঁজা
একোখনি তীৰ্থ তাত
একোখনি পুণ্যৰ আশ্ৰম ;
মৰিলে পুনৰ আহি
দুখীয়া দেশতে মোৰ
লওঁ যেন পুনৰ জনম ।
— নলিনীবালা দেৱী

হাজাৰ বছৰ সঞ্চিত পুণ্যৰ ফলত মই পাইছো বীৰভূমিৰ মাটি। ইয়াৰ হাবিত বনৰীয়া জন্তু, গছৰ চৰাই সকলোৱে অবাধে বিচৰণ কৰে। গছৰ ডালত নাম নজনা বহু চৰাইয়ে প্ৰাণ শীতল কৰা গীতৰ মূৰ্ছনাৰে জীৱনৰ প্ৰতিশ্ৰুতি দিয়ে। অচিন ফুলৰ সৌৰভে তীৰ্থৰ কথা পাহৰাই দিয়ে। জাতি-উপজাতিৰ সংগমত ইয়াতে এদিন ৰামধেনুৰ ৰং চৰিছিল। সামূহিকভাৱে প্ৰচলন হ'ল বীৰভূমিৰ ভাষা। আমি 'আমি' হৈ আগবাঢ়ি যোৱাৰ সপোন দেখিবলৈ। প্ৰকৃতিয়ে অযাচিতে ঢালি দিয়া সম্পদৰাশিৰে আমি চহকী হলো। আকাশৰ সৌন্দৰ্য্যই আমাৰ মনত বিশালতা দিলে। বনৰীয়া চৰায়ে আমাৰ অন্তৰত প্ৰেম দিলে। সকলোকে ভাই বুলি বীৰভূমিত জীয়াই থকাৰ আধাৰশিলা স্থাপন কৰিলো। বীৰভূমিৰ মাজেৰে বৈ যোৱা নদ-নিজৰাৰ সোঁতে আমাৰ অন্তৰত গতি দিলে। যেনেদৰে নদীৰ

সোঁত স্বাভাৱিক গতিত বয়, যেনেদৰে চৰায়ে নির্ভয়ে গীত গায়, যেনেদৰে হাবিত জন্তুবোৰে ঘূৰাফুৰা কৰে তেনেদৰে অকণো চিন্তা নোহোৱাকৈ বীৰভূমিৰ বাসিন্দাসকলে প্ৰাণ-চঞ্চল গতিৰে আগবাঢ়ি যোৱা দেখি বিদেশীৰ চকু পুৰিলে। আমি ভবাৰ দৰে জীৱনৰ ৰেখাডাল সৰল ৰেখা হৈ নাথাকিল। বিদেশীৰ লোলুপ দৃষ্টিৰ দাবানলত পৰি সৰলৰেখাডাল বক্ৰ ৰেখা হ'ল। হাবি অঞ্চলৰ লগত ঘনিষ্ঠ সম্পৰ্ক থকা সুৰমাৰ মগজুত কোনোবাই কিবাকিবি লগালে। সহজ সৰল পাহাৰী ভাইসকলৰ সহজ চকুত জুই দেখি মই ভীত হৈ পৰিলো। বুজাবলৈ চেষ্টা কৰিও বাৰে বাৰে ব্যৰ্থ হলো। মোৰ কথা কোনেও নমনা হ'ল। মই যি কওঁ প্ৰত্যেকষাৰ কথাৰেই ওলোটা অৰ্থ কৰাত লাগিল। সুৰমায়ে মোৰ ভনী সেই কথাটো ভাবিবলৈকে টান লাগিল। আৰম্ভ হ'ল কটা মৰা। বীৰ-ভূমিৰ কেঁচা মাটি তেজৰ চেকুৰা লাগি অভিশপ্ত হ'ল। বুকুৰ কামীহাড়বোৰ যেন কোনোবাই হাতুৰীৰে কোবাই কোবাই ভাঙিবলৈহে আৰম্ভ কৰিলে। ওচৰৰ ভাল মানুহবিলাকক সকিয়ালো। সুৰমাক নতুন চুবুৰী দিলে। কিন্তু নতুন চুবুৰী তেওঁলোকেতো দিব নালাগে। নতুন চুবুৰী এটা দিয়াৰ বাবে মইতো সকিওৱা নাছিলো। ভাবিছিলো সুৰমাক বুজাই শান্ত কৰিম। বিভাজনৰ ছবি আঁকি বীৰভূমিক দুৰ্বল নকৰিব। কিন্তু তাকে কৰিলে। আনৰ সমস্যা লৈ আচলতে কোনেও মূৰ গৰম নকৰে নেকি? আমাৰ সমস্যা আমি যেনেদৰে অনুভৱ কৰো আনে কেতিয়াও নকৰে। সুৰমাই স্বাধীন চুবুৰী লোৱাত মোৰ প্ৰাণৰ মাজত যি হাহাকাৰৰ সৃষ্টি হৈছে সেই হাহাকাৰ আনে নুবুজে। তথাপি বিজ্ঞ বুলি ভাবিছিলো যেতিয়া সুৰমাক স্বাধীনতা দিলো। হাবি বননিত সুৰমা ঘূৰি ফুৰে। ক্ষমতা পাইছে সঁচা কিন্তু অৰ্থনৈতিক উন্নতিৰে কিবা আগবাঢ়িব যে পাৰিছে সেইটো দেখা নাই। সুৰমাপুৰৰ বাসিন্দাসকলে হেজাৰ বছৰ আগৰেপৰা যিটো অৱস্থাত আছিল সেই অৱস্থাৰ পৰিৱৰ্তন আজিও আনিব পৰা নাই। এখন নাঙলৰ খেতিৰে ভঁৰাল পূৰ্ণ কৰা সহজ নহয়। এখন অস্ত্ৰেৰে শত্ৰুক বশ কৰা সহজ নহয়। এই কথাটো সুৰমাই কেতিয়াবা

বজি পালে, কোনোবাই বুজাই দিলে নাইবা সুৰমাপুৰৰ বাসিন্দাসকলে উপলদ্ধি কৰিলে আমি কিজানি কেতিয়াবা পুনৰ লগ লগিব পাৰিলো'-হেঁতেন। কিন্তু এই উপলদ্ধিৰ কোনো লক্ষণ দেখা নাই। যুদ্ধৰ সময়ত কিছুমান দালাল পাণ্ডাৰ সৃষ্টি হয়। বাহিৰৰ পৰা কিছুমান বন্ধু উপযাচি আহি পৰে। এই দালাল আৰু বন্ধুবোৰৰ উদ্দেশ্য পৰোপকাৰ নহয়—নিজস্ব স্বাৰ্থ পূৰ্ণ কৰা। সঁচা মিছা বহু কথা লগাই আমাৰ সাধাৰণ বিচ্ছেদটোকে বৃহৎ কৰি তুলিছে। বীৰভূমিত হোৱা নতুন চুবুৰীক কেন্দ্ৰ কৰি অৰুণা আৰু নিজৰা, দুয়ো আঁতৰি গ'ল। এতিয়া সবিতা বাইদেৱেও মোক ভুল বুজাত লাগিল।

সবিতা বাইদেউ সহজ সৰল কিন্তু অলপ কমকৈ বুজে। দূৰদৰ্শিতা কম বাবেই নেকি ভৱিষ্যতৰ সুখৰ কথা নাভাবি বৰ্তমানতেই বেছিকৈ বিচাৰে। আনৰ কথা বেছিকৈ শুনে। মাজে মাজে মোৰো খং উঠে। তথাপি বাইদেউক খং কৰিব নোৱাৰো। মোৰ দেহত কাঁইটৰ আঁচোৰ পৰিব নিদিয়াকৈ মৰমত ৰাখিছিল। বীৰভূমিৰ খিলঞ্জীয়া বাসিন্দাসকলৰ নায়িকা এটা সময়ত বাইদেউ আছিল। স্বাধীনতাপ্ৰিয় বাইদেউৰ শক্তিশালী মনটোক মোৰ আজিও ভয় লাগে। কিন্তু খুব সহজ সৰল হোৱা বাবে অন্তৰত মুঠেও আঘাত দিবলৈ ইচ্ছা নহয়। সাধাৰণভাৱে বেয়া কথা এষাৰ কলেই বাইদেউ জাঙুৰ খাই উঠে। গা-পিঠি অলপ মৰম কৰিলেই বাইদেউ শান্ত হৈ পৰে। তেওঁক ডাঙৰ বুলি কৈ যদি মুখৰ পিনে চোৱা যায় তেনেহ'লে মোৰ কাৰণে যে কি নকৰিব, দেহত তৎ নোহোৱা হয়। এইজনী বাই-দেউৰ লগত বিচ্ছেদ ঘটোৱাৰ কাৰণে বত্নেশ্বৰ আহিছে। স্কট চাহাবৰ লগত পৰামৰ্শ কৰি একমাত্ৰ মোক আঘাত দিয়াৰ কাৰণে বাইদেউক হাত কৰিছে। মোৰ দেহৰ ৰক্ত থকালৈকে ষড়যন্ত্ৰকাৰী-সকলৰ হাতৰ পৰা বাইদেউক উদ্ধাৰ কৰিম। সহজ সৰল মোৰ মৰমৰ বাইদেউজনীক সিহঁতৰ স্বাৰ্থৰ অস্ত্ৰ হবলৈ এৰি নিদিওঁ। মোৰ যদি কৰবাত কিবা ভুল আছে—বাইদেউৰ ওচৰত মানি লম। বাইদেৱে হেজাৰ অপৰাধ কৰিলেও মই ক্ষমা কৰিম, বাইদেউক

শুধৰাই দিম ; সেইবুলি বিচ্ছেদ কোনোমতে মানি নলওঁ । বীৰভূমি নামটো যদি বাইদেউৰ আজিকালি ভাল নলগা হ'ল তেনেহ'লে আমি আটায়ে মিলি নতুন নাম দিম । তাকে নকৰি আমাৰ মাজত কটা মৰা কৰিম কিয় ? সেয়ে সবিতা বাইদেউৰ মনৰ অস্থিৰতা দূৰ কৰাৰ কাৰণে কৈছিলো—

ঃ বাইদেউ, আমি বীৰভূমিৰ ছোৱালী । আৰ্য্যাৱৰ্তত বীৰভূমিৰ এটা ঐতিহাসিক মূল্য আছে । বিশ্বৰ দৃষ্টিত আমাৰ এটা স্বাধীন মৰ্য্যাদা আছে । মোৰ ওপৰত অভিমান কৰি আজি তুমি আঁতৰি যাব পাৰিবা । তুমি নাথাকিলে মই তোমাক ধৰি ৰাখিবও নোৱাৰিম ; কিন্তু এই অভিমানে এটা সময়ত মহামাৰীৰ দৰে আমাক নিৰ্মূল কৰিব । বীৰভূমিৰ চিৰকলীয়া স্বাধীনতা লোপ পাব । আমাৰ মৰ্য্যাদা ৰক্ষা কৰিব লাগিলে ঐক্যতন্ত্ৰ হ'লে নহব । তুমি নুবুজা কিয় ?

মোৰ পিনে চকু ঘোপা কৰি এখন্তেক চাইছিল বাইদেৱে । মোৰ কথাত কিবা কৃত্ৰিমতা আছে নেকি অধ্যয়ন কৰিছিল । সন্দেহে সহজ কথাকো জটিল অৰ্থ কৰিবলৈ শিকায় কিজানি । বাইদেৱে বহু সময় নিমাতে থাকি গম্ভীৰ অথচ অলপ উত্তেজিত কণ্ঠেৰেই কৈছিল—

ঃ মই সকলো বুজো তমসা । তোমাৰ মিঠা কথাৰে ভুলাই মোক এতিয়া বশ কৰিব নোৱাৰিবা । মই এতিয়া আগৰ দৰে মূৰ্খ হৈ থকা নাই । শিক্ষা-দীক্ষা নাপালেও সহজাত বুদ্ধি বৃত্তি অলপ মোৰো আছে । তোমাৰ এই মিঠা কথাৰ আঁৰত লুকাই থকা হলাহলৰ কথা ৰত্নেশ্বৰদাৰ পৰা মই সকলো জানিব পাৰিছো ।

ৰত্নেশ্বৰৰ নাম শুনি প্ৰথমতে মই উচপ খাই উঠিছিলো যদিও সহজ হব পাৰিছিলো । ৰত্নেশ্বৰৰ কাৰণে সকলো সম্ভৱ । শত্ৰুৱে কি কৰিছে তাত মূল্য দি মই ভুল নকৰো । শত্ৰুক সদায় শক্তিমান বুলি ভাবি যাতে একো কৰিব নোৱাৰে তাৰ বাবেহে সচেতন হব লাগে । মই জানিছিলো । কিন্তু বাইদেউৰ অজ্ঞতা দেখি মোৰ হাঁহি উঠিল । মোৰ বিৰুদ্ধে কোনে কি লগাইছে সেইটো গোপনে

ৰাখিব দূৰৰ কথা-মই নোসোধাতে কৈ দিলে ৰত্নেশ্বৰৰ কথা। বাইদেউজনী সহজ নে বোকা মই ঠিক ধৰিবই নোৱাৰো। কিন্তু যি বিশ্বাস কৰে, যি এবাৰ মনত সোমায় তাক বাইদেৱে কোনো মতে এৰি নিদিয়ে। প্ৰাণ গলেও আঁকোৰ গজালিকৈ তাতেই লাগি থাকিব।

ঃ বাইদেউ, মই জানো তোমাৰ সৰু ভনী নহয় ? আজি তোমাৰ মনত ৰত্নেশ্বৰ আপোন অথচ একেজনী মাতৃৰ গৰ্ভত গৰ্ভধাৰণ কৰিও মই পৰ হলো ? ভুল নকৰিবা বাইদেউ, ঐক্য বাবে আমি আজি যি মহান শক্তিৰ গৌৰৱত গৰিয়ান হৈ আছো এইটো বহুতৰে সহ্য হোৱা নাই। সেয়ে পৰশ্ৰীকাতৰসকলে আমাৰ মাজত বিভাজন আনি মৰিমূৰ কৰিবলৈ ষড়যন্ত্ৰ কৰিছে। তুমি বা মই এই চক্ৰান্তৰ বলি হম কিয় ? ওপৰৰ পিনে নাচাই বীৰভূমিৰ স্বাধীন মাটিৰ পিনে চোৱা। এই স্বাধীন মাটিক বিদেশীৰ লাঞ্চনা পাবলৈ এৰি নিদিবা।

ঃ তোমাৰ মই কোনো কথাই নুশুনো। মায়াবিনীৰ দৰে ইমানদিনে তুমি মোক ভুলাই আছা। তোমাক শিক্ষা-দীক্ষা দি আগুৱাই দিলো। বীৰভূমিৰ মান মৰ্য্যাদা, যশ-কীৰ্তি সকলোকে ৰক্ষণাবেক্ষণ দিয়াৰ কাৰণে তোমাকে ডাঙৰ কৰিলো। অথচ তুমি স্বৰ্থপৰৰ দৰে নিজৰ পিনেহে চালা। খিলঞ্জীয়া অধিবাসীসকলৰ তুতি তুমি আৰু তোমাৰ বুদ্ধিজীৱি শ্ৰেণীয়ে সকলো দিশতেই অবিচাৰ কৰিছে।

ঃ বাইদেউ !

ঃ তোমাৰ কবি সাহিত্যিকে আমাৰ প্ৰাণৰ কথা লিখিছে ? অবিনাশে তোমাৰ পূৰ্ণ ছবি আঁকে অথচ মোৰ আংশিক ছবি এখন অঁকাৰো চেষ্টা কৰা নাই। এই অবিচাৰবিলাকৰ যদি ভাল বিচাৰ একো নকৰা তেনেহ'লে মোৰ কোনো অপৰাধ নাই—তোমাৰ পৰা মই আতৰি থাকিমেই। ঐক্যতাৰ দোহাৰি দি মই নিৰ্য্যাতন ভোগ কৰিব নোৱাৰো। বিদেশীৰ কথা কৈ স্বদেশীৰ চেপাত মৰিব নোৱাৰো।

মোৰ মুখৰ পিনে নোচোৱাকৈ সবিতাই কথা কৈছিল। তাই আঁতৰি যোৱাৰ পিছতো তাইৰ কথাবিলাকে মোৰ মনত ডোলা দি

আছিল। সবিতাৰ সকলো কথা মূল্যহীন নহয়। তাইৰ কথাত যুক্তি আছে। যুক্তিৰে তাইৰ যুক্তিক মই খণ্ডন কৰিব পাৰিলো-হেঁতেন, কিন্তু নকৰিলো। যুক্তিৰে যুক্তিকহে খণ্ডন কৰিব পাৰি, বহু সময়ত প্ৰাণক বুজাব নোৱাৰি। প্ৰাণক বুজাব লাগিলে প্ৰাণৱন্ত আলোচনা কৰিব লাগিব। হৃদয় স্পৰ্শ কৰাকৈ উপলব্ধিৰ চেতনাবোধ জগাই তুলিব লাগিব।

মোৰ অনুগামীসকলৰ বহুত ভুল আছে।

হয়তো মোৰো আছে। সবিতাৰ ব্যক্তিগত সুখ দুখৰ প্ৰতি মই আজিৰ দৰে মনোযোগেৰে ভবা নাই। সবিতাই আজি যিবোৰ অভিযোগ কৰিছে এইখিনি কৰিবলৈ সুবিধা পাব নালাগিছিল। অবিনাশে সমগ্ৰ বিশ্বৰ ছবি আঁকিবলৈ পাৰে, মোৰ পূৰ্ণ ছবি আঁকিব পাৰে তেনেস্থলত সবিতাৰ ছবি অঁকা নাই কিয়? অভিমানী সবিতাৰ সাধাৰণ অভিমান আমি নোহোৱা কৰিব পৰা অৱস্থাটো উদাসীন হৈ আছো কিয়? অবিনাশে হয়তো সবিতাক বীৰভূমিৰ বাহিৰৰ বেলেগ এজনী বুলি ভবা নাই ভাবিছে ভিতৰৰে এজনী বুলি। সেয়ে সুকীয়াকৈ ছবি অঁকা নাই। বীৰভূমিৰ সামগ্ৰিক উন্নতি হ'লে সবিতাৰো হব। অথচ সবিতাই আঘাতৰ বোজা বুকুত চপাই লৈছে। সামগ্ৰিকতাৰ উন্নতি পাহৰি খণ্ড উন্নতিৰ কথা চিন্তা কৰিছে। ৰত্নেশ্বৰ, ত্ৰিশঙ্কুহঁতে হয়তো এই খণ্ড উন্নতিৰ কথা শিকাই দি বীৰভূমিৰ বাকী থকা বৃহৎ অংশটোক আকৌ খণ্ডিত কৰিব বিচাৰিছে। গভীৰ চিন্তা কৰিব নোৱাৰা সবিতাই ওপৰে ওপৰে চিন্তা কৰি এই খণ্ড উন্নয়নকে চূড়ান্ত উন্নতি বুলি সিদ্ধান্ত কৰিব লৈছে। গুজৰি গুমৰি যাতে সবিতাই কষ্ট নাপায় তাৰ শান্ত্বনা দিয়া মোৰ কৰ্তব্য। নজনা মানুহবোৰক জনাসকলে ধেমালিতে জোকাই নলৈ শান্তভাৱে বুজোৱা কৰ্তব্য। মই কৰ্তব্য ঠিকমতে কৰিব পৰা নাই। মোক ভালপোৱা, জনা মানুহবোৰেও নিজৰ কৰ্তব্য ঠিকমতে কৰিব পৰা নাই। সকলো দিশতেই তীৰ্য্যক দৃষ্টি নাৰাখিলে ফিৰিঙতিৰ পৰাই খাণ্ডৱ দাহন হব পাৰে। সবিতাক মই ভালদৰে বুজাব লাগিব। তাইৰ অভিমান আঁতৰাই দিব লাগিব।

বেচেৰীয়ে মিছাতে মোক ভুল বুজি আছে। আনৰ কথা শুনি আমাৰ বাই ভনীৰ সম্পৰ্কটোও উচ্ছেদ দিব ওলাইছে।

নিজৰাৰ কথা মনত পৰিল। স্কট চাহাবৰ প্ৰেমত মুগ্ধ হৈ মোৰ পৰা আঁতৰি গ'ল। সবিতাই যেনেদৰে আলোচনাত একমত তেনেদৰে নিজৰাই এদিন আলোচনাও নকৰিলেও। প্ৰসঙ্গ নোহোৱাকৈয়ে নিজৰা আঁতৰি গ'ল। মোক নিবিচাৰিলেও মই নিজৰাক বিচাৰিলো। নিজৰাক বুজাই বঢ়াই শান্ত কৰিব নোৱাৰি শেষত অনুৰোধ কৰিলো। তথাপি নিজৰা মোৰ প্ৰতি মৰমিয়াল নহ'ল। নিজৰাৰ তাচ্ছিল্যভৰা কথা কেইষাৰমান মই আজিও পাহৰিব পৰা নাই।

ঃ তোমাৰ ওপৰত মোৰ অকণো বিশ্বাস নাই তমসা বাইদেউ! তুমি ঋষি-মুনিৰ দৰ্শনক লৈ ব্যস্ত। বাস্তৱ দৰ্শনেৰে বিশ্বসভ্যতাৰ লগত মিলিব নোখোজা। তদুপৰি আজিৰ সভ্যতাৰ লগৰীয়া দৰ্শন নহয়—বিজ্ঞানহে।

ঃ বেলুনৰ ৰংচঙীয়া ৰঙত প্ৰত্যয় গৈ তাৰ পিছত ঘূৰি ফুৰাৰ কোনো কাৰণ নাই নিজৰা। আমাক বহুতে বেলুনৰ ৰং দেখুৱাব পাৰে কিন্তু আমি ৰঙৰ প্ৰয়োজন অনুভৱ কৰিলেও সেয়া যে বেলুন এই কথা পাহৰিলে নহব। আমি এতিয়া সৰু ছোৱালী নহয়।

ঃ তুমি আজি মোক বুজাব নোৱাৰিবা। মোক সৰু ছোৱালী বুলি কলেও তোমাৰ কাৰ্য্যকলাপেহে সৰু ছোৱালী বুলি প্ৰমাণ কৰিছে। বিশ্ব সভ্যতাৰ দূৰন্ত গতিক—।

ঃ মই জানো স্বগতম জনাব লাগে। সভ্যতা মানে কি? আগবাঢ়ি যোৱা কিছুমান নিয়ম-নীতিৰ সমাহাৰ। প্ৰগতিৰ জখলাৰ কেইটামান উন্নত খাপ। সকলো আমাক লাগে। বিশ্বৰ যিমানবিলাক ভাল কথা আমাৰ দেশৰ মাটিত প্ৰযোজ্য হয় সকলো আমি গ্ৰহণ কৰিম কিন্তু আত্মবিস্মৃত হৈ নহয়। নিজক পাহৰি থাকিলে বিশ্বসভ্যতাকো লগ নাপাম আৰু স্বকীয় সভ্যতাকো হেৰুৱাম।

ঃ নিজাকৈ বাৰু আমাৰ কিটো আছে? আমাৰ ঐতিহ্য ভুলৰ ওপৰত প্ৰতিষ্ঠিত। তোমাৰ মতে শুদ্ধ হ'লেও মই এতিয়া যি দৃষ্টি পাইছো।

সেই দৃষ্টিভঙ্গীৰে চাই আমাৰ সকলো ভুল বুলি প্ৰত্যয় মানিছো। তোমাৰ দৰ্শনৰ লগত যিহেতু মোৰ মত নিমিলে তেনেস্থলত মই আঁতৰি থকাটো দুয়োজনৰ কাৰণেই মঙ্গল। মিছাতে মোক ধৰি ৰাখিবলৈ চেষ্টা নকৰিবা।

ধৰি ৰাখিব নোৱাৰিলো নিজৰাক। পাশ্চাত্য সভ্যতাত তাই ভীষণভাৱে আকৃষ্ট হৈছে। স্কট চাহাবৰ কথাক তাই বাইবেলৰ বাণী বুলি ভাবে। শঙ্কৰ মাধৱৰ মূল্য নিজৰাৰ ওচৰত নাই। গীতা ভাগৱতৰ মূল্য নিজৰাৰ ওচৰত নাই। গীতা মিছা বাইবেল সঁচা। ধৰ্মগুৰু যদি কোনোবা আছে সেয়া একমাত্ৰ যীশু। মনটো মোৰ হতাশ হৈছিল। সেই হতাশ মুহূৰ্ততে অৰিন্দমে দিছিল মোক অৰুণাৰ বাতৰি। অকল নিজৰাই নহয় অৰুণাই এখন অন্য চুবুৰী পাতি বীৰভূমিৰ শাসন ব্যৱস্থাক অমান্য কৰিছে। অৰুণাই বনাঞ্চলৰ অধিবাসীসকলকহে হেনো ভালপায়। সভ্য, শিক্ষিত বীৰভূমিৰ মানুহৰ ওপৰত তাইৰ কোনো বিশ্বাস নাই।

মুখত মোৰ হাঁহি নাছিল। তথাপি ভিতৰৰ দুৰ্বলতাক হাঁহিবলৈ চেষ্টা কৰিছিলো। হাঁহি হাঁহি গৈ পালো বনাঞ্চল, অৰুণাৰ নামেৰে নতুনকৈ প্ৰতিষ্ঠা কৰা অৰুণাপুৰ। মোক দেখি অৰুণা ওলাই আহিল।

ঃ মই জানো, তুমি আহিবা। জানা তমসা বাইদেউ—বনাঞ্চল মোৰ ভাল লাগে। ইয়াৰ বাসিন্দাসকলেও মোক বৰ ভাল পায়। এই সৰলচিতিয়া মানুহবোৰৰ লগতেই থকাৰ মানসেৰে নতুন চুবুৰী পাতিলো।

ঃ বৰ ভাল নকৰিলা নেকি ?

ঃ মনক অশান্তি দি বাহিৰত মিলন দেখুওৱাৰ কিবা লাভজনক কাৰণ থকা বুলি মই নাভাবো। চোৱা—তোমাৰ বুদ্ধিজীৱি শ্ৰেণীটোৱে বনাঞ্চলৰ মানুহবোৰক ভালৰি লগায় যদিও আচলতে ভাল নাপায়। মানুহৰ মৰ্য্যাদা দিয়াৰ ঠাইত জঙ্গলীভূত বুলিহে ভাবে। বহুদিন মই এই কথাটো লক্ষ্য কৰিছো। স্বাৰ্থৰ খাতিৰত ভাই বুলি কয় যদিও তাত প্ৰাণৰ আকৰ্ষণ নাই।

ঃ সেইবুলি তুমি বীৰভূমিক খণ্ডিত কৰিবা নেকি?

ঃ বীৰভূমিৰ তথাকথিত পণ্ডিত শ্ৰেণীটোৱে বনাঞ্চলৰ এই মূৰ্খ-সকলক পণ্ডিতৰ শাৰীলৈ আগবঢ়াই অনাৰ সলনি যদি শোষণ কৰাত লাগে আৰু তোমাতকৈও বনাঞ্চলৰ বাসিন্দাসকলৰ প্ৰতি মোৰ যিহেতু আকৰ্ষণ বেছি, তেওঁলোকৰ এই শোষণৰ মুক্তি আৰু নতুন প্ৰগতিৰ কাৰণে মই ব্যৱস্থা হাতত লবই লাগিব।

ঃ মই বুজি পোৱা নাই তোমালোক প্ৰত্যেকে একোটা অংশক লৈ নতুন চবুৰীৰ সৃষ্টি কৰাত লাগিছা কিয়? প্ৰত্যেকে খণ্ডৰ কথাহে কোৱা, বীৰভূমিৰ কথা কোনেও নোকোৱা। কোৱা অৰুণা বীৰভূমি বুলি কোৱা। এইখন আমাৰ বীৰভূমি, সুকীয়াকৈ মোৰ বা তোমাৰ নহয়। তুমি, মই, সকলো মিলি 'আমি' হৈছো। সকলো খণ্ড মিলি বীৰভূমি পূৰ্ণাঙ্গ হৈছে। সেয়ে আমাৰ বীৰভূমি বুলি কোৱা অৰুণা।

ঃ অসম্ভৱ বাইদেউ! নিজৰা, সুৰমাহঁতৰ দৰে ময়ো মুক্ত মনেৰে থাকিম। তোমাক বাইদেউ বুলি সন্মান কৰিম, আৱশ্যক অনুসৰি পৰামৰ্শ লম। সেইবুলি মোক তোমাৰ লগত থকাৰ কথা নকবা। মই অকলে মুকলিমুৰীয়াভাৱে থাকিম। মোক আমনি নকৰিবা।

ঃ মই বুজি পাইছো—বীৰভূমিক তোমালোকে খণ্ড খণ্ড কৰিহে এৰিবা। টুকুৰা-টুকুৰ হৈ যোৱাৰ পিছত আমি দুৰ্বল হম। বিভিন্ন চুবুৰীত জন্ম লোৱা প্ৰতেকজন নৱজাত শিশুৱে খণ্ড প্ৰেমৰ কথাহে জানিব—বীৰভূমিৰ প্ৰতিযে এটা গভীৰ প্ৰেম থাকিব লাগে তাক নাজানিব।

ঃ তথাপি মই নিৰুপায় বাইদেউ! মই তোমাৰ লগত কাজিয়া কৰি ওলাই অহা নাই। বহুত বিবেচনা কৰি মই যিটো সত্য বুলি ভাবিছো তুমি সেইটো ভুল বুলি যুক্তি নিদিবা।

ঃ মোৰ মনৰ বেদনা তোমালোক কোনেও নুবুজিলা। দুখ থাকি গ'ল, বীৰভূমি টুকুৰা-টুকুৰ হোৱা সত্ত্বেও মই নিৰৱ দৰ্শকৰ ভূমিকা লৈ আছো। তথাপি কওঁ যদি কেতিয়াবা তোমালোকৰ এই ক্ষমতাৰ লোভ আঁতৰি যায়, ভুলৰ শুধৰণি হয় তেতিয়াহলে পুনৰ মোৰ ওচৰলৈ

আহিবা। হেজাৰ অপৰাধত অপৰাধী হ'লেও মই তোমালোকক ক্ষমা কৰিম। মই জীয়াই থকাত বীৰভূমিৰ ঐতিহ্যৰ সন্মান ৰক্ষা কৰিমেই ।

ঃ আমাৰ এই চুবুৰীৰ সৃষ্টিত তুমি সুখী হব নোৱাৰিবা পাৰা কিন্তু ভুল বুলি নকবা বাইদেউ !

ঃ চিৰদিন কম। এখন ক্ষুদ্ৰ গাঁৱক একমাত্ৰ ঐক্যৰ বাবে বিদেশীয়ে ভয় কৰিছিল। বাহিৰৰ কোনো শক্তিয়েই আমাক আঙুলিয়াব পৰা নাছিল। অথচ তোমালোকে সেই ঐক্য ভাঙি দিলা। তাতকৈ তোমালোক আটায়ে হাতুৰি আনি মোৰ বুকুৰ কামিহাড়বোৰ কোবাই নাভাঙিলা কিয় ? মই যদি কিবা ভুল কৰিছিলো দেখুৱাই নিদিলা কিয় ? আলোচনা নকৰিলা কিয় ?

নিৰৱে আছিল অৰুণা। তাই দেখা নোপোৱাকৈ বাধাহীনভাৱে ওলাই অহা চকুপানীখিনি মই চাদৰৰ আঁচলেৰে মচিছিলো। অৰুণাৰ কাষত বহি থাকিবলৈ মোৰ ইচ্ছা নোহোৱা হ'ল। উদাস দৃষ্টিৰে মই বীৰভূমিৰ চাৰিওপিনে চাইছিলো। দেখিলো—এপিনে সুৰমা আৰু অৰুণাপুৰ। আনপিনে নিজৰাপুৰ। মোৰ কাষতে আৰু সবিতাপুৰ প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা কৰি আছে সবিতাই। পাৰিলে বীৰভূমিৰ মাজভাগৰ ৰঙামাটিত কল্পনাই ৰচিব খোজে নতুন কল্পনাপুৰ। বীৰভূমি মোৰ, কেৱল তমসাৰ বাবেহে যেন বীৰভূমি ।

অৰুণাৰ পৰা আহোতে বাটতে লগ পালো সুৰমাক। যত্ন কৰিও মই হাঁহিব নোৱাৰিলো। হাঁহিবলৈ মই যেন পাহৰি গৈছো নাইবা মুখৰ হাঁহি মোৰ চিৰদিনৰ কাৰণে বন্ধ হৈ গৈছে। মোৰ মনৰ অৱস্থা কিজানি সুৰমাই বুজিছিল। অন্তৰত প্ৰচন্দ আঘাত পোৱা বুলি জানিও তাচ্ছিল্য কৰি হাঁহিছিল।

ঃ সুৰমা, কিবা কবা নেকি মোক ?

ঃ কবলগীয়া একো নাই। তোমাৰ অহমিকা বোধ, জ্ঞান আৰু বুদ্ধিৰ গৰ্বৰ কাৰণে বীৰভূমি টুকুৰা-টুকুৰ হ'ল। আজি বেজাৰ কৰি লাভ নাই ।

কৰবাৰ পৰা বাঘে খোৱা খণ্ডটো আহি মোৰ উঠিছিল। সুৰমাৰ চকুলৈ বোধহয় সিদিনাই মই ৰঙা চকুৰে চাইছো—

ঃ বীৰভূমিৰ ঐক্যভঙ্গ প্ৰথমতে কৰিছা তুমি। তুমি বীৰভূমিৰ পৰা আঁতৰি নগলে বাকীবোৰে সাহস গোটাব নোৱাৰিলেহেঁতেন। মই ভাবো অৰুণা আৰু নিজৰাক তুমিয়ে উচতনি দিছা।

ঃ ভাবিব পৰা মগজু এটা তোমাৰো আছে যেতিয়া যি ইচ্ছা তাকেই ভাবিব পাৰা কিন্তু সুবিবেচনা হ'লে এটাও কৰিব পৰা নাই।

ঃ সুবিবেচনাৰ অৰ্থ কি বিভাজন ?

ঃ মিলনৰ মাজত কৃত্ৰিমতাই স্থান পালে বিভাজনৰ বাহিৰে অন্য পন্থা নাই।

ঃ এতিয়াও সময় আছে সুৰমা। তুমি পুনৰ মিলনৰ সাঁকোখন বান্ধি দিয়া। তুমি অহাৰ পিছত দেখিবা, অৰুণা আৰু নিজৰাও আমাৰ মাজলৈ আহিছে।

ঃ সপোন দেখিযে তুমি ভালপোৱা তাক মই জানো কিন্তু দিনতযে তুমি সপোন দেখা তাক জনা নাছিলো। তোমাৰ লগত মই পুনৰ লগ লগাৰ কথা কেনেকৈ ভাবিব পাৰা বুজি নাপাওঁ। তোমাৰ লগত পুনৰ মিলনৰ ইচ্ছাত মই স্বাধীন সুৰমাপুৰ প্ৰতিষ্ঠা কৰা নাই।

জব্দ হৈ গলো। সুৰমাৰ কথাই মোক জব্দ কৰিলে। তাইৰ লগত ৰাজপথত তৰ্ক কৰিবলৈ ইচ্ছা নহ'ল। আঁতৰি আহিলো। মোৰ চৰম পৰাজয়ৰ অৱস্থাটো দেখি কিজানি সুৰমাই হাঁহিছিল। ঐক্যভঙ্গৰ আনন্দত সুৰমা, অৰুণাহঁতে যিমানেই হাঁহিছিল তাৰ বেদনাই সিমানেই মোক কন্দুৱাইছিল। কান্দি কান্দি যেতিয়া মোৰ কোঠা পাইছিলো, তেতিয়া তাত দেখিলো কল্পনা বহি আছে। ভাবিলো, অন্ততঃ কল্পনাই মোৰ মনৰ দুখত সমভাগী হব। বাকী থকা অংশটোক লৈয়ে আমি প্ৰাচীন বীৰভূমিৰ ঐতিহ্য ৰক্ষা কৰিম। কিন্তু প্ৰসঙ্গ নোহোৱাকৈয়ে যেতিয়া কল্পনাই ৰঙা মাটিত কল্পনাপুৰ প্ৰতিষ্ঠাৰ কথা কলে তেতিয়া মোৰ খং চুলিৰ আগ পালে। কল্পনাৰ চুলি-কোচাত ধৰি যেন ৰঙামাটিত তাইৰ মুখৰ পৰা ৰঙা তেজ উলিয়াম।

ধৈৰ্য্য মই নধৰিলো। ধৈৰ্য্যৰো এটা সীমা থাকে। পালি পাৰি কল্পনাক মই ঘৰৰ পৰা উলিয়াই দিলো। অথচ চকুযুৰি মোৰ সেমেকি উঠিল। এদিন এইখন বীৰভূমিত অৰুণাই নৃত্য কৰিছিল, সবিতাই নৃত্য কৰিছিল। সুৰমাই স্বকীয় নৃত্যৰে বিশ্বক নতুনত্বৰ সোৱাদ দিছিল। কল্পনাই ৰঙামাটিত কল্পনাপুৰৰ চিন্তা কৰা নাছিল ৰঙামাটিৰ বিহুতলীত কঁকাল ভাগি ভাগি বিহুনাচ নাচিছিল। সেইজনী কল্পনাক মই খেদি পঠিয়ালো। সামগ্ৰিক নৃত্যৰ ভঙ্গিমা বীৰভূমিত মই জানো আৰু দেখা পাম ?

কল্পনা মোৰ নিজৰ ভনী নহয়। নিজৰ ভনী নহলেও বীৰভূমিত জন্ম পোৱা সকলোকে মই ভাই—ভনী বুলি ভাবো। নিজৰ পৰৰ বিচাৰ নকৰি বীৰভূমিৰ মঙ্গলকামনা কৰা সকলক উদাৰ হৃদয়েৰে গ্ৰহণ কৰাৰ পৰিণাম স্বৰূপেই হয়তো মই প্ৰচণ্ড আঘাত সহ্য কৰিব লগীয়া হৈছে।

বীৰভূমি গ'ল। কোনে বীৰভূমিৰ ঐক্যক ৰক্ষা কৰিব? কোনে মহিমামণ্ডিতা বীৰভূমিৰ যশ কীৰ্তিক মনৰ মাজত পুহি ৰাখিব ?

ঃ ইতিহাস —এই খণ্ডিত বীৰভূমিৰ কাহিনীক তোমাৰ বুকত স্থান নিদিবা। মই বুকুৰ তেজ দি হ'লেও ইয়াৰ সংহতি ৰক্ষা কৰিম। দশোদিশে থকা হেজাৰ হেজাৰ শত্ৰুৰ লগত যুদ্ধ কৰি হলেও মই মোৰ জন্মভূমিৰ পবিত্ৰতা ৰক্ষা কৰিম। সেই দিনলৈ তুমি অপেক্ষা কৰা ইতিহাস।

ইতিহাসে কালৈকো ভ্ৰূক্ষেপ নকৰে। সময়ৰ লগে লগে সি বাস্তৱ সত্য কথাবিলাক তাৰ কলিজাত অঙ্কন কৰি যাব। সত্যৰ প্ৰতীক ইতিহাস। সময়ৰ সাক্ষী ইতিহাস। প্ৰগতিৰ প্ৰেৰণা ইতিহাস। কিন্তু বীৰভূমিৰ এই টুকুৰা চিত্ৰই নতুন পুৰুষক কিবা জানো প্ৰেৰণা দিব ?

সহায়হীন হৈ মই চাৰিওপিনে চাইছিলো। বীৰভূমিৰ শাসন আজি কোন পথেৰে চলিছে ভালদৰে জুকিয়াই চালো। উচ্চ বিষয়া কৰ্মচাৰী-সকলে কেনেদৰে কামৰ দায়িত্ব পালন কৰিছে নিৰীক্ষণ কৰিলো। দেখা পালো ত্ৰিশঙ্কুৰ দৰে দালালসকলৰ হাতত বৰ্তমান দেশৰ ভাৱিষ্যৎ। দেখিলো বিকাশৰ দৰে বহুত তেজপিয়া বীৰভূমিৰ উচ্চ বিষয়াৰ

আসনত অধিষ্ঠিত। অথচ সদানন্দ, ৰামধনহঁতে বুকুৰ তেজ পানী কৰি খেতি কৰিছে। তেওঁলোকে উৎপন্ন কৰা বস্তু তেজপিয়াৰ দলে নিষ্পেষণ কৰিছে। এনেহৰা শ্ৰেণীটোৱে বহুত পোৱাৰ আঁৰত কৰ্মী শ্ৰেণীটোৱে হেৰুৱাইছে। সমাজত হিচাপ কৰিব নোৱাৰাকৈ সৰু ডাঙৰ বহুতো শ্ৰেণী গঢ়ি উঠিছে। টুকুৰা-টুকুৰ হোৱা বীৰভূমিক এই শ্ৰেণীসমূহে কিজানি আৰু টুকুৰা-টুকুৰ কৰিব। এটা সময়ত বাটৰ ধূলিৰ দৰে উৰি যাব বীৰভূমিৰ সোণোৱালী অতীত, বিশ্ববিয়পা যশ আৰু কীৰ্তিৰ মণিকূট।

চকুপানী মোৰ আপোনা আপুনি বন্ধ হৈ গ'ল। মোৰ ওপৰত সকলোৰে দৃষ্টি দেখি বুকু কঁপি উঠিল। বহুতৰ বহুত দৃষ্টি। কিছুমান দৃষ্টিৰ ভাষা মই বুজি পাওঁ বহুতকে বুজি নাপাওঁ। কিছু-মানৰ দৃষ্টি মোৰ সৌন্দৰ্য্যৰ ওপৰত। কিছুমানৰ দৃষ্টি মোৰ দেহৰ ওপৰত। অথচ মোৰ মনৰ বেজাৰবোৰৰ ওপৰত কোনোজনৰে দৃষ্টি নাই। আতঙ্কত মই আকৌ শিহৰি উঠিলো। মোৰ ৰূপ-যৌৱন দেহ সকলোৱে বিচাৰে কিন্তু মাতৃৰ মৰ্য্যাদা দিবলৈ কোনেও নিবিচাৰে কিয় ? স্কটচাহাব আৰু ৰত্নেশ্বৰে মোৰ নাৰীত্বৰ মূল্য নিদিব পাৰে কিন্তু বীৰ-ভূমিৰ সন্তান বিকাশ ত্ৰিশঙ্কুহঁতে কিয় মোক লাঞ্চিতা কলঙ্কিতা কৰিব বিচাৰে। অথচ সদানন্দই ব্যক্তিসুখ পাহৰি বৃদ্ধ অৱস্থাটো শ্ৰম কৰিছে। শ্ৰমৰ ঘামেৰে বীৰভূমিৰ সজীৱ কৰিব পাৰিছে। অবিনাশে বীৰভূমিৰ সকলো সমস্যা ৰেখাচিত্ৰৰ মাধ্যমেৰে নতুন পুৰুষক বুজাব খুজিছে। অৰিন্দমে যৌৱনৰ সকলো ধৰ্ম এৰি নতুন মানুহ গঢ়াৰ স্বপ্ন লৈছে। এপিনে এওঁলোকক ধ্বংস কৰাৰ কাৰণে দালাল পাণ্ডা সুবিধাবাদীবোৰ ব্যস্ত হৈ পৰিছে। বীৰভূমিৰ জনসাধাৰণ এতিয়াও অশিক্ষিত। এতিয়াও তেওঁলোক বোকা—নিৰ্বোধ হৈ আছে। ভাল মানুহৰ ধ্বংসত তেওঁলোকে কান্দিব জানে কিন্তু ৰক্ষা কৰাৰ উপায় চিন্তিব নোৱাৰে।

**ঃ সদানন্দ, তোমাৰ শস্যেৰে মোৰ সাধাৰণ মানুহবোৰক জীয়াই ৰাখিছা কিন্তু তুমি যে নিজে নিঃশেষ হৈ যাব ধৰিছো। তোমাক মই কেনেকৈ ৰক্ষা কৰিম ? মই তোমাক ক'ত লুকাই ৰাখিম ? অনাত্ম-**

অবিচাৰ আৰু পাপৰ সোঁত বৈছে। এই সোঁতৰ পৰা হেজাৰ হেজাৰ চহা প্ৰাণৰ দেশবাসীক মই কেনেকৈ ৰক্ষা কৰো অবিনাশ? অৰিন্দম, মোক কিবা এটা উপায় দিয়া। তেজপিয়াসকল আগবাঢ়ি আহিছে। সাম্ৰাজ্যলোভী শত্ৰু আগবাঢ়ি আহিছে। ঘৰৰ ভিতৰত বিভাজনে স্থান পাইছে। এনেকুৱা এটা অৱস্থাত মই জনসাধাৰণক কেনেদৰে বাৰু ৰক্ষা কৰিব পাৰো?

ভাবি ভাবি মই নিজে বিহ্বল হৈ যাওঁ।

নিজে ধৈৰ্য্য ধৰিব নোৱাৰা হৈ পৰো। অস্থিৰ মনটো অশান্তিত মৰি যায়। তথাপি মই ধৈৰ্য্য ধৰো। এই ধৈৰ্য্য মোৰ কাৰণে নহয় —হেজাৰ জনক ধৈৰ্য্যৰ প্ৰেৰণা দিয়াৰ কাৰণে। মই অধৈৰ্য্য হলে কেনেকৈ হব? মোৰ এনেকুৱা মনোবল হলে হাজাৰ হাজাৰ হতাশাগ্ৰস্ত মানুহক কেনেকৈ থিয় কৰি ৰাখিম? মোৰ ওপৰতেই এই বোকা মানুহবোৰ বেছি পৰিমাণে আশা কৰি আছে।

মনৰ বেদনা ঢাকি ৰাখি মই অবিনাশৰ তালৈ যোৱা কৰিলো। অবিনাশৰ চকুযুৰি উজ্বল, বুদ্ধিদীপ্ত। তাত নিৰাশাৰ ছাঁ লেশমানো নাই। আশাবাদী অবিনাশে নতুন দিগন্তত উৰি ফুৰে। দুচকুত নতুন দিনৰ স্বপ্ন লৈ ডেকা গাভৰুৰ দুবাহুত শক্তি সঞ্চয়ৰ বাবে ছবি আঁকে। বৰ্তমান বীৰভূমিৰ ছবিখনত অবিনাশে কেৱল বহু ৰঙৰ চিটিকনিহে পেলাইছে দেখোন? চেকুঁৰা চেকুঁৰ এই ৰঙবিলাকেৰে অবিনাশে খণ্ড খণ্ড বীৰভূমিৰ টুকুৰাবিলাকৰ কথা প্ৰকাশ কৰা নাই জানো? তাৰ মানে মোৰ হৃদয়ৰ হাহাকাৰ অবিনাশৰ দৃষ্টিয়ে সম্পূৰ্ণ দেখা পাইছে? ইয়াৰ সমাধান অবিনাশে আৰু কি দিব বিচাৰিছে?

চাইছিলো ভৱিষ্যতৰ ছবি।

এই ছবিখনত অবিনাশে মোক মহিয়সী মাতৃৰূপত অঙ্কন কৰা নাই। মোক ডাইনী সজাইছে। সমাজৰ মহিষাসুৰসকলক ধ্বংস কৰিবলৈ সৰলতা, মমতা পাহৰি মই হব লাগিব মহিষামৰ্দিনী, শতস্কন্ধ ৰাৱণক বধ কৰাৰ কাৰণে মই হব লাগিব সীতা, হেজাৰ

হেজাৰ দুৰ্য্যোধন, দুঃশাসনৰ ধ্বংসৰ বাবে মই হব লাগিব দ্ৰৌপদ নন্দিনী। মোৰ দ্বাৰা জানো এয়া সম্ভৱ? কিন্তু মোৰ কুৎসা ৰতনা কৰি হেজাৰ হেজাৰ সৰল প্ৰাণত আঘাত দিয়াসকলক মই ধ্বংস কৰিবই লাগিব। হেজাৰ বছৰৰ সঞ্চিত পাপৰ বোজা নতুন পুৰুষৰ মূৰত জাপি দি আজি যিসকলে কৰ্ম পাহৰি বিলাসত মত্ত হৈ আছে তেওঁলোকক ক্ষমা কৰাৰ অৰ্থ মই নিজে পাপৰ গাঁতত ভৰি দিয়া। ইমান ডাঙৰ ভুল এটা মই কৰিব নোৱাৰো।

বীৰভূমিত ভাল ছোৱালী বুলি এদিন মোৰ নাম আছিল। কিন্তু মোক ভাল ছোৱালী হৈ থাকিব আজিৰ সমাজে নিদিয়ে। বস্তুবাদী সমাজৰ মনত ভাল ছোৱালী হৈ থকাও এটা অপৰাধ। সেয়ে বিকাশে মোৰ সতীত্বক সস্তীয়া পদাৰ্থৰ দৰে বহুদাম দি কিনিব খুজিছিল। শেষত কৃতকাৰ্য্য হব নোৱাৰি শিল্পী অবিনাশৰ লগত বদনাম উলিয়ালে। খবৰ পাই বিশ্ববিদ্যালয়ত পঢ়ি থকা ছাত্ৰ জীৱনে বিদ্ৰোহ আৰম্ভ কৰিলে। সমাজৰ মুখাপেক্ষীসকলৰ মুখা খুলিবলৈ আন্দোলন কৰিলে। কিন্তু লাভ জানো কিবা হ'ল? মুখা খোলা জানো ইমান সহজ? মুখা লওঁতে তাৰ প্ৰতিকাৰৰ ব্যৱস্থাবোৰ নকৰাকৈ জানো আছে? জীৱনৰ নৈতিকতাৰ শক্তি জানো সদায় এনেদৰে থাকিব? বিকাশেও ছাত্ৰ অৱস্থাত আদৰ্শ আৰু নৈতিকতাৰ কথা কৈছিল। আন্দোলন কৰি কাৰাবাস খাটিছিল। ত্ৰিশঙ্কুৰ দেউতাকে জনতাৰ কাৰণে আজীৱন কষ্ট খাইছিল। কিন্তু আজি বিকাশৰ ৰূপ কি? ত্ৰিশঙ্কুৰ ৰূপ কি? জীৱন যে তেনে নহব কোনে কব পাৰে?

মোৰ অপমানৰ পোতক তুলিবলৈ ৰামধনে কেকোঁৰা দালৈ ভায়েক বিকাশৰ দেহ খণ্ড খণ্ডকৈ কাটিব ওলাইছিল। ৰামধনৰ পবিত্ৰতাই আনি দিয়া সেই মহাশক্তিক মই স্বাগতম জনাইছো। বুকুৰ ৰঙা তেজ পানী কৰি শ্ৰমৰ বিনিময়ত যি শস্য পায় তাঃৰ জনতাক খাব দিয়া মানুহজনে সততাৰ ৰক্ষণাবেক্ষনৰ বাবে দালৈ অগ্নিশৰ্মাৰ ৰূপো ধৰিব পাৰে। এই শক্তি পবিত্ৰতাৰ শক্তি। আইন আদালতে ৰক্ষণাবেক্ষন দিয়া বিকাশক সাধাৰণ এখন দাৰে আঘাত কৰিব

ষোৱাটো এটা মানসিক শক্তিৰেই পৰিচায়ক। আকৌ সদানন্দৰ নাঙলত যিমান জীৱনী শক্তি আছে তেওঁৰ সন্তান অবিনাশৰ তুলিকাতো সিমোন শক্তি আছে। সাধাৰণ খেতিয়কৰ সন্তান বাবেই নেকি অবিনাশে ইমান প্ৰেৰণা পাব পাৰিছে! মানুহৰ অপূৰ্ণ সমাজ-খনক পূৰ্ণ ৰূপত এদিন কেনভাচত আঁকি মানুহক দেখুৱাব। তাৰ আগতে ডাৰইনী ৰূপ ধৰি কিছুমান নৰখাদকক বধ কৰি এই পূৰ্ণ ছবি অঁকাত অবিনাশক সহায় কৰিব লাগিব। অৰিন্দমৰ নতুন পুৰুষে মোৰ ৰূপ দেখি হাড়ে হিমজুৱে বুজি পাব--নাৰীত্বৰ অপমান কি ভীষন!

সীতাই কান্দিছিল।

সীতাৰ ৰূপত মুগ্ধ ৰাৱণে তাইৰ কান্দোনৰ অৰ্থ বুজিব পৰা নাছিল। পবিত্ৰতাক ৰক্ষা কৰিবলৈ সীতাই কান্দিছিল কিন্তু ৰাৱণে বাসনাৰ কাপোৰেৰে সেই চকুপানী মচিব খোজাত, চকুপানী জুই হৈ জ্বলিল। জ্বলি গ'ল সোণৰ লঙ্কা। নিৰ্মূল হ'ল ৰাক্ষস কুল। দশানন ৰাৱণৰ পুলি পোখা বিনষ্ট হ'ল। প্ৰকৃতিত বাস কৰা গছৰ চৰাই আগৰ দৰেই গান গাই থাকিল কিন্তু জাহ গ'ল এটা বংশ। মাৰ গ'ল দানৱ সদৃশ ৰাৱণৰ গৰ্জন আৰু বীৰত্বৰ চীৎকাৰ।

কান্দিছিল দ্ৰৌপদীয়ে।

সতীত্বৰ অপমান সহ্য কৰিব নোৱাৰি নাৰীত্বক ৰক্ষা কৰিবলৈ দ্ৰৌপদীয়ে কান্দিছিল। খটাসুৰ মৰিল। ধ্বংস হ'ল কুৰুকুল। অথচ এই বেদনাৰ বোজা কঢ়িয়াই কান্দিলে আন এজনী মাতৃ হৃদয়ে। শত পুত্ৰৰ নিদাৰুণ যন্ত্ৰণাত গান্ধাৰীৰ চকুত যি চকুপানীৰ নিচিগা ধাৰ বৈ গ'ল সেই সোঁতত উটি গ'ল যদুবংশ। ধ্বংস হ'ল নৰৰূপী ভগবান শ্ৰীকৃষ্ণ। নাৰীৰ চকুপানী জুইতকৈও যে বেছি শক্তিশালী এই কথা বিকাশহঁতে বাৰু কোনদিনা বুজিব?

আজি তমসাই কান্দিছে।

তমসাৰ চকুপানীৰ অৰ্থ কল্পনাহঁতে নুবুজে। বাস্তৱবাদত কল্পনাহঁতৰ প্ৰেম সীমাবদ্ধ। তাইৰ বাবে জীৱন এপিয়লা মিঠা

চৰবৎ। কেৱল পান কৰিব লাগে। উপভোগৰ নাম জীৱন। সততা, নৈতিকতা এইবোৰ মনিষীৰ কথা। কল্পনা মনিষা নহয়— সাধাৰণ ছোৱালী। অথচ তাইবুজি নাপায় মনিষীয়ে মনিষীৰ বাবে সেই সত্য উৎঘাটন কৰা নাই। সাধাৰণ মানুহৰ মঙ্গলৰ কাৰণে তেওঁলোকে আমাক দি গৈছে সাধাৰণ বস্তু। ইয়াক অস্বীকাৰ কৰাৰ ফল কল্পনাই তাইৰ জীৱনতে পাইছে।

কল্পনাৰ প্ৰতি মোৰ কোনো বিদ্বেষ নাই।

তাইক মই ক্ষমা কৰিছো। কিন্তু সমাজৰ দুঃশাসন, দুৰ্য্যোধন সকলক মই কোনোমতে ক্ষমা কৰিব নোৱাৰো। ইহঁতৰ অগ্ৰগতিয়ে শেষ কৰিব কৃষকৰ তেজৰ সোঁত, শিল্পীৰ তুলিকাৰ ৰং, সাধকৰ সাধনাৰ ধন, আৰু লিখকৰ সত্যৰ নিষ্ঠা। মই বীৰভূমিৰ মঙ্গলৰ বাবে ডাইনী ৰূপ ধৰিম। আজি ইহঁতে যিসকলক বেশ্যা বুলি ৰাজপথলৈ উলিয়াই দিছে সেইসকলৰ মাজত সোমাই মই আৰম্ভ কৰিম সমদল। চুকে কোনে থকা ভাল পোছাক পিন্ধা মুখাধাৰী-সকলক এই বেশ্যাসকলে চিনাক্ত কৰি দিয়াৰ পিছত সিহঁতক পুৰি দম হোৱা ছাইৰ প্ৰলেপেৰে মই মোৰ ধুনীয়া মুখত সানি পূৰ্ণ কৰিম তমসাৰ ৰূপ। বেশ্যা হব তেতিয়া বীৰাঙ্গনা। বেয়া ছোৱালীয়েহে ভাল সকলক সমালোচনা কৰে, কাৰণ তাইহঁত ভালহৈ থকাটো তেওঁলোকৰ কাৰণে অপৰাধ। এতিয়া আৰু কোনেও বেয়া হৈ থাকিব নোৱাৰিব। সকলোয়ে জীৱনমুখী হব লাগিব। বীৰভূমিৰ মাটিত দেশৰ বাতাবৰণেৰে গঢ়িব লাগিব গণতন্ত্ৰ। গনশক্তিৰ মূৰত টাঙোন মাৰি কোনেও টিকি থাকিব নোৱাৰিব। এইখন পশ্চিমীয়া দেশ নহয়--বীৰভূমি। পাশ্চাত্যৰ আদৰ্শ ললেও বীৰভূমিৰ সাঁচত গঢ়ি জনমুখী কৰিব নোৱাৰিলে যিমানে ভাল কথা নহওঁক কিয় বীৰভূমিত প্ৰচলন কৰিব নোৱাৰিব। নিজক অস্বীকাৰ কৰি যি গতি লোৱা যায় সি উৰ্দ্ধ গতি নহয়—অধোগতিহে।

ঃ ইতিহাস, তুমি মোক প্ৰেৰণা দিয়া। মোৰ জন্মভূমিৰ পবিত্ৰতা ৰক্ষা কৰিবলৈ, মোৰ শস্যৰ মাজত থকা বিহগছ কাটিবলৈ মই ডাইনী সাজিব ওলাইছো তুমি মোক বাট দেখুৱাই দিয়া।

ইতিহাসে মোক সদায় পথৰ নিৰ্দেশ দিব। স্বাধীনতাৰ প্ৰত্যেকটো আন্দোলনে নাৰী জাগৰণৰ দৃষ্টান্ত দাঙি ধৰিছে। ৰাণী লক্ষ্মীবাই, ভোগেশ্বৰী, কনকলতাই ভাৰত বুৰঞ্জীৰ স্বাধীনতাৰ বাবে জীৱন বিসৰ্জন দিছে। ইতিহাসে সোণালী আখৰেৰে লিখা সেই নাম কোনোদিন অস্পষ্ট নহয়। বাংলাদেশ, ভিয়েটনাম, কোৰিয়া সকলোতে অকল পুৰুষেই মুক্তিৰ কাৰণে আগবাঢ়ি যোৱা নাই—সমগতিত নাৰীও আগবাঢ়িছে। বীৰভূমিত আজি ব্যক্তি স্বাৰ্থই গ্ৰাস কৰিব ওলোৱা বাবে জনজীৱনৰ মানসিক স্বাধীনতাৰ অৰ্থনৈতিক স্বাধীনতাৰ আন্দোলনৰ আৱশ্যক হৈছে। ক্ষমতাৰ লোভ ঐক্যভঙ্গৰ যি বীজ বিয়পাইছে তাৰ ৰক্ষাৰ বাবে সংহতিৰ আন্দোলনৰ প্ৰয়োজন হৈছে। কিন্তু সংহতিৰ আন্দোলন জানো হিংসাৰ মাধ্যমেৰে চলাব পা'ৰি? মই তেনেহলে ভুল পথ লৈছো নেকি?

মুহূৰ্তৰ বাবে মই থমকি ৰলো।

মোৰ চকুৰ আগত ভাঁহি উঠিল কেইটামান অশৰীৰি মূৰ্তি—সেয়া গান্ধী, বুদ্ধ, মহম্মদ আৰু যীশু। সকলোৱে যেন সমস্বৰে মোক কৈছে—

ঃ হিংসাৰ পথ এৰা। অন্তৰত প্ৰেমৰ সোঁত বোৱাই দিয়া। নিষ্ঠুৰ জনকো প্ৰেমৰ ঢৌৱে ঢৌৱাই দিয়া। হিংসাৰে সংহতি সম্ভৱ নহয়। অস্ত্ৰেৰে কেতিয়াও অন্তৰক জয় কৰিব নোৱাৰিবা। দেহৰ সংহতি অস্থায়ী। প্ৰেমতকৈ শক্তিশালী অস্ত্ৰ একো নাই। কৰ্মতকৈ শ্ৰেষ্ঠ ধৰ্ম একো নাই। মনুষ্যত্বৰ ধৰ্মেৰে প্ৰেমৰ অস্ত্ৰ লোৱা। ভুল নকৰিবা তমসা। নিষ্ঠুৰতাক স্থান নিদিবা। ধৈৰ্য্য সহকাৰে আগবাঢ়ি গলে দেখিবা সকলোৱে তোমাৰ পাছ লৈছে।

অশৰীৰি মূৰ্তিকেইটা মোৰ দৃষ্টিৰ পৰা আঁতৰি গ'ল। অবিনাশে আঁকা ডাইনীৰূপী তমসাৰ ছবিখনৰ পিনে চালো। আগৰ বীৰত্বৰ ৰূপটো যেন তাত নাই। সেইখন মুখত যেন কোনো উত্তেজনা নাই। ধীৰ অস্থিৰভাৱে যেন সকলোকে ক্ষমা কৰিছে। লগে লগে মই শান্ত হৈ পৰিলো।

যুগে যুগে মনিষী আৰু মহাপুৰুষসকলে যিষাৰ কথা কৈ আহিছে সকলো সত্যকে ধীৰভাৱে চিন্তা কৰি সেই পথেৰেই আগবাঢ়ি আহিছে। জীৱনত দুখ কষ্ট পালেও মানসিক শক্তিৰে মই আগবাঢ়িব পাৰিছো। বীৰভূমিৰ অবোধ সন্তানসকলে নিজৰ সীমিত শক্তি আৰু ক্ষণভঙ্গুৰ জীৱনৰ কথা অনুভৱ নকৰি যি ভুল কৰিছে তাৰ বাবে মই সিহঁতক ধ্বংস কৰিব নোৱাৰো। অভিশাপ দিব নোৱাৰো।

ঃ পাপক ঘিণাবা কিন্তু পাপীক নিঘিণাবা।

যীশু মোক ক্ষমা কৰা। বেদনাৰ আতিশয্যাত ভুল কৰিব মই ওলাইছিলো। গভীৰ উপলব্ধিয়ে মোক সেই ভুল পথৰ পৰা আঁতৰাই আনিছে। মূঢ়মতিসকলক মই ক্ষমা কৰিম। কিন্তু তেওঁলোকে দোষৰ শাস্তি লবই লাগিব। অৰিন্দমৰ শিক্ষক শ্ৰেণীটোৱে মূৰৰ চুলি সৰুৱাই যি নতুন মানুহ গঢ়িব ধৰিছে সেই মানুহে বীৰভূমিৰ সকলো ভেদাভেদ পাহৰি এখন আদৰ্শ মানুহৰ সমাজ গঢ়ি তুলিব। বীৰভূমিৰ সকলো ক্ষুদ্ৰ কণিকা লগলাগি চিৰদুখুনী মাতৃভূমিৰ বুকুত মহামিলনৰ মহাতীৰ্থ ৰক্ষা কৰিব। অজ্ঞতাৰ দোষত ভুল কৰা সকলো নিজৰ ভুল বুজি কান্দিব। চকুৰপানীৰ জুইয়ে এইবাৰ কোনো ৰাৱণক পুৰি নামাৰে। কোনো দুৰ্য্যোধন দুঃশাসনক ধ্বংস নকৰে। তেওঁলোকৰ অন্তৰত থকা দশানন, দুৰ্য্যোধনসকলক পুৰি ছাই কৰিব। ৰত্নেশ্বৰৰ চাতুৰী তেতিয়া ধৰা পৰি যাব। স্কট চাহাব, মিছনাৰী চাহাব সকলোৰে লোলুপ দৃষ্টি সমাজত ফটফটিয়া হৈ ধৰা পৰিব। তেওঁলোকে বাধ্য হৈ তেতিয়া আপোনা আপুনি আঁতৰি যাব। বীৰভূমিৰ হেৰোৱা ঐতিহ্যৰ সন্মান ঘূৰি আহিব। নতুন পুৰুষে হেজাৰ কণ্ঠেৰে কব—

ঃ চোৱা বিশ্ববাসী, তোমালোকে মিছাতে কটামৰা কৰা। প্ৰেমৰ অস্ত্ৰেৰে আমি কেনেদৰে ঐক্যতাক জীয়াই ৰাখিছো চোৱাচোন। প্ৰেমৰ দীক্ষা লোৱা। অন্য ধৰ্ম পাহৰি মনুষ্যত্বৰ ধৰ্ম লোৱা। জাতিভেদৰ পাপৰ শিকলিৰে বৃহত্তৰ মানৱ জাতিক বান্ধিব নাযাবা। নিজৰ ক্ষুদ্ৰতাৰ আঘাতত তেতিয়া নিজেহে কষ্ট পাবা।

বীৰভূমি তেতিয়া বৰেণ্যা হব। বিশ্বৰ মজিয়াত বীৰভূমিয়ে বৰপীৰা পাৰি বহিব। আশীৰ্বাদ দিব যীশুৱে। আশীৰ্বাদ দিব মহম্মদ, গান্ধী আৰু বুদ্ধই। আশীষ নিৰ্মালী লোৱা বীৰভূমিৰ বীৰ সন্তানে অবিনাশী শক্তিৰে মানৱ সমাজৰ কল্যাণ কৰিব।

মই কিবা নতুন স্বপ্ন দেখিছো নেকি?

অবিনাশৰ ছবিখনে বাৰে বাৰে মোৰ মনৰ মাজত লুকাভাকু খেলি আছে কিয়? অবিনাশে সকলো পাহৰি মহাসাগৰ আৰু মহাকাশৰ মাজত নতুন দৰ্শন বিচাৰিছে। মই বাৰু মহাপুৰুষৰ বাণী শুনাৰ পিছত মহত্বৰ পূজা নকৰিম কিয়? মই মোৰ বীৰভূমিতেই দুখুনী হৈ থাকিম। মোৰ পঁজাঘৰ অট্টালিকা নহ'লেও ইয়াত মই মানৱতাৰ পূজা কৰিম। বীৰভূমিৰ সকলো সন্তানৰ কাৰণে ই হব লাগিব তীৰ্থস্থান। যুগে যুগে ইয়াৰ মৃতকে পুনৰ ইয়াতেই জন্ম লোৱাৰ হেঁপাহ যাতে মনৰ মাজত পুহি ৰাখিব পাৰে তাৰ বাবে সকলোকে ক্ষমা কৰিম। ক্ষমা দেৱতাৰ ভূষণ। মানুহৰো। ক্ষমাৰ মহিমাৰে আমি আকাশখন ওচৰলৈ আনিম। অবিনাশ, অৰিন্দম আহা! আমি নতুন পুৰুষ আদৰি আনো আহা। তেওঁলোকৰ হাতত আমি আজি ভৱিষ্যতৰ বীৰভূমিক অৰ্পণ কৰি সমস্বৰে গাওঁ আহা—বন্দে মাতৰম্।

মোৰ মনটো আজি ফৰকাল যেন লাগিছে। বীৰভূমিৰ আকাশত দেখিবলৈ পাইছো বহুত পোহৰৰ খেলা। তমসাৰ এন্ধাৰবোৰ পোহৰে চুৰি কৰি নিলে হবপায়! জোনটো ইমান ডাঙৰ হৈ ওলাইছে!!

আজি পূৰ্ণিমা নেকি?

• • •